KUHELIKA *A collection of short suspense stories of other countries adapted in Assamese by Shri Dinesh Goswami and Published by Barua Agency, Gauhati—781001*

YEAR OF PUBLICATION 1984 ( AUGUST )

প্ৰকাশক :

বৰুৱা এজেঞ্চি

গুৱাহাটী-১

প্ৰথম প্ৰকাশ :

আগষ্ট, ১৯৮৪

মূল্য : সাত টকা

ছপাশাল :

প্ৰেৰক

গুৱাহাটী-১

## আগকথা

সৰুৰে পৰা বিভিন্ন বিষয়ৰ কিতাপ পঢ়াৰ লগতে ৰহস্য উপন্যাস আৰু গল্প পঢ়াৰ অভ্যাস এটা মোৰ গঢ়ি উঠিছিল। সংসদী সদস্য হিচাবে সঘনাই ৰেল বা বিমানত দীঘলীয়া ভ্ৰমণ কৰিব লগাত পৰিছিল। এনে ভ্ৰমণকালত সময় কটাবৰ কাৰণে এই কিতাপসমূহৰ দৰে সঙ্গী আন একো হ'ব নোৱাৰে। বিভিন্ন দেশৰ ৰহস্য কাহিনীসমূহ পঢ়োঁতে কিছুমান গল্পৰ ৰচনা শৈলীয়ে মোক বিশেষ ভাবে আকৰ্ষণ কৰিছিল। আমাৰ পাঠক সমাজে আৰ্থাৰ কনান দয়াল আৰু আগাঠা খৃষ্টিৰ দৰে লিখকৰ লগত পৰিচিত হলেও নতুন চাম বিদেশী ৰহস্য গল্প লিখকৰ লগত সিমান পৰিচিত নহয়। আমাৰ পাঠক সমাজত জন-প্ৰিয় হ'ব বুলি ভাবি 'বৰশী' নামৰ গল্পটো 'বিশ্বৰঙ' প্ৰকাশৰ বাবে দিছিলোঁ। গল্পটো প্ৰকাশৰ পিছত বহুকেইজন পাঠক-পাঠিকাই এনে ধৰণৰ গল্প লিখিবলৈ মোক উদগনি দিয়ে। এইসকলৰ উদগনিৰ ফলতে এই কিতাপখনৰ জন্ম।

কলেজীয়া সহপাঠী বন্ধুবৰ বদন চন্দ্ৰ বৰুৱাই প্ৰকাশৰ দায়িত্ব নললে কিতাপখনে পোহৰৰ মুখ নেদেখিলেহেঁতেন। বিজয় কুমাৰ শৰ্মা (মণি) য়ে গল্পকেইটাৰ বাচনিত আৰু কৰুণা বৰ্মনে (ধন) পাণ্ডুলিপি তৈয়াৰ কৰাত মোক বিশেষ ভাবে সহায় কৰিছে। সহধৰ্মিনী বিভাই সহায় নকৰিলে গল্প কেইটা লিখা নহ'লহেঁতেন।

সদৌ শেষত পাঠক সমাজে কিতাপখন গ্ৰহণ কৰিলে কৃতাৰ্থ মানিম।

লেখক

'কুহেলিকা'ৰ অন্তৰ্গত গল্পসমূহ তলত উল্লেখ কৰা গল্পকেইটিৰ ছাঁলৈ লিখা—

1. **Duel** *by* Joan Vatsek. কুহেলিকা।
2. **Terrified** *by* G. B Gılford. দুৰ্ঘটনা।
3. **Man with a Problem** *by* Donald Honıg. টোপ।
4. **Victim Dear Victım** *by* Jayfolb and Henry Slesan. এলানি চিঠি।
5. **A Question of Values** *by* C. L Sweeny Jr. সমাধান।
6 **Nice Touch** *by* Mann Rubın ভয়।
7. **Shatter Proof** *by* Jack Ritchı বন্দী।
8 **Sharp Practice** *by* Frederıck Forsyth. চাহাবৰ ট্ৰাইও।
9. **Variations on a Game** *by* Patrıcıa Hıgsmıth. অটল গহ্বৰ।

# সূচীপত্র

গীতা, দেৱাশীষ, পদ্মজা—

তোমালোকৰ উৎসাহতে কিতাপখন লিখা হ'ল। সেই কাৰণে তোমালোকৰ হাতত দিলোঁ।

# কুহেলিকা

## ডঃ বিজয় বানাৰ্জীৰ কথা

মোৰ নাম বিজয় বানাৰ্জী। নামটো আপোনালোকে শুনিবও পাৰে—বহুতে হয়তো মোক লগেই পাইছে। মানসিক ৰোগৰ চিকিৎসক হিচাবে ইতিমধ্যে সমগ্ৰ দেশতে মই কিছু জনাজাত হৈছো। মানুহৰ মনৰ গোপন কোণলৈ মই সোমাব পাৰো। কিছুমানৰ মন কিয় বিপথে গতি কৰে তাৰ বৈজ্ঞানিক কাৰণো মই বিচাৰি পাওঁ। যুক্তি নথকা কোনো কথাকে গ্ৰহণ কৰিবলৈ মই কোনোদিনে প্ৰস্তুত নহয়। বিচাৰ বুদ্ধিৰ ব্যাখ্যা নোহোৱা অবৈজ্ঞানিক কথাবোৰ, যেনে—আত্মা, মৃত্যুৰ পিচৰ জীৱন, অশৰীৰী, ভূত-প্ৰেত এইবিলাক মই বিশ্বাস নকৰো। কিন্তু উদয়কুমাৰৰ ঘটনাটোৰ পিচত মোৰ মনত বহু প্ৰশ্ন জাগিছে। বহু প্ৰশ্নৰ বৈজ্ঞানিক যুক্তিসঙ্গত ব্যাখ্যা মই বিচাৰি পোৱা নাই। সেয়ে উদয়কুমাৰৰ কাহিনীটোৱেই আপোনালোকক কব খুজিছো।

উদয় মোৰ বাল্যকালৰ বন্ধু। অকল বন্ধু বুলি কলেই ভুল কৰা হব। উদয়ৰ পৰিয়ালৰ লগত আমাৰ পৰিয়ালৰ সম্পৰ্ক বহুদিনৰ। উদয় জমিদাৰৰ ল'ৰা—খুব ডাঙৰ জমিদাৰী অৱশ্যে নহয়। আমি এক হিচাবে উদয়হঁতৰ প্ৰজাই আছিলো। মোৰ দেউতা একেখন গাঁৱৰে স্কুলৰ শিক্ষক। আজিৰ কথাটো নহয়—সেয়ে শিক্ষক হিচাবে গোটেই অঞ্চলটোৰ লগতে উদয়হঁতৰ ঘৰতো দেউতাৰ বেলেগ সন্মান আছিল। দেউতাই ঘৰত্ন ভাবে মাজে মাজে উদয়ৰ পঢ়া-শুনা চাইছিল। সৰুৰে পৰা আমি দুয়ো একেখন স্কুলতে আৰু একেটা শ্ৰেণীতে পঢ়িছিলো। আমাৰ দুয়োৰে মাজত বিশেষ বন্ধুত্বও গঢ়ি উঠিছিল। উদয়হঁতৰ জমিদাৰীৰ প্ৰকাণ্ড হাউলীটোলৈ মাজে সময়ে গৈছিলো। উদয়ৰ মাকে মোক বৰ মৰম কৰিছিল। কিমান ধৰণৰ খাদ্য যে খুৱাইছিল।

স্কুলীয়া শিক্ষা শেষ কৰি আমি দুয়ো কলিকতালৈ পঢ়িব আহিলো। দুয়োৰে মাজত বন্ধুত্ব থাকিল যদিও লগা-লগি হোৱাটো কিছু পৰিমাণে পাতলিল। ডাক্তৰী পঢ়াৰ ইচ্ছাৰে মই বিজ্ঞানৰ শ্ৰেণীত ভৰ্ত্তি হৈ বেচি-খিনি সময় পঢ়াতেই মনোনিবেশ কৰিলো। উদয়ৰ কিন্তু পঢ়া-শুনাত বিশেষ ধাপ নাছিল। আয়াসত ডাঙৰ হোৱা ল'ৰাৰ সাধাৰণতে যি হয়। সঙ্গীত চৰ্চা কৰি ভাল পাইছিল, বেহেলাও ভাল বজাইছিল। মই মেডিকেল পাচ কৰি ডাক্তৰী ব্যৱসায় আৰম্ভ কৰাৰ সময়লৈকে উদয়ে কলেজৰ দেওনাখন পাৰ হবই পৰা নাই

কলেজত পঢ়ি থাকোতেই উদয়ৰ দেউতাক মাকৰ মৃত্যু হয়, ফলত উদয় আৰু বেছি উন্মুক্ত হৈ পৰে। মই ডাক্তৰীত দুই এপইচা পাবলৈ আৰম্ভ কৰোতে বুঢ়া মা-দেউতাক কলিকতালৈ লৈ আহো। ফলত উদয়ৰ লগত মোৰ সম্পৰ্ক ক্ৰমান্বয়ে পাতলি আহে।

উদয়ে আহি এদিন খবৰ দিলে তেওঁৰ বিয়া—কলেজৰে সহপাঠী অনিতাৰ লগত। উদয়ৰ দৰে অনিতাৰো পঢ়া-শুনাতকৈ ছবি আঁকাত মন বেচি। বিয়ালৈ মই গৈছিলো। পিচতো ঘৰলৈ দুই এবাৰ গৈছো। দুয়োৰে মনে লগা সংসাৰ। চিন্তা ভাবনা নাই। এজনে ছবি আঁকে, আনজনে বেহেলা বজায়। টকা-পইচাৰো সিমান চিন্তা নাই। নতুন আইনৰ ফলত জমিদাৰী গলেও হাতৰ জমা টকাৰে দুজনৰ সংসাৰ চলাবৰ কাৰণে কোনো চিন্তাৰ কাৰণ নাই। এদিন খবৰ পালো অনিতা সন্তানসম্ভৱা। উদয়ৰ কিমান চিন্তা! অনিতাক ডাঙৰ ডাঙৰ ডাক্তৰক দেখুৱালে' কেবামাহো আগেয়ে হস্পিতালৰ ভাল কোঠা ঠিক কৰিলে। অনিতাৰো কল্পনাৰ শেষ নাই। ল'ৰা হব নে ছোৱালী হব, ল'ৰা হলে কি নাম দিব, ছোৱালী হলে কি? কেবামাহো আগেয়ে কেচুৱাৰ কাৰণে বিভিন্ন যতন যোগাৰ কৰিলে—কেইটা যে চুৱেটাৰ বুণিলে। অনিতাৰ চাৰি মাহমানৰ পৰাই দুয়ো মাথো আগত সন্তানটোৰ কথা আলোচনা কৰিয়ে সময় কটালে।

কিন্তু ইমান সাৱধানতা সত্ত্বেও বিটো হব নালাগিছিল সেয়ে হ'ল। কলিকতাৰ শ্ৰেষ্ঠ ডাক্তৰেও প্ৰসৱৰ সময়ত অনিতাৰ সন্তানটোক বচাব নোৱাৰিলে। অনিতাৰ জীৱন ৰক্ষা পৰিল সঁচা, কিন্তু ভৱিষ্যতলৈ পুনৰ

মাতৃ হোৱাৰ ক্ষমতা হেৰুৱালে। উদয়ে কথাটো কিছু পৰিমাণে সহ্য কৰিলেও অনিতাৰ মনত সন্তানৰ মৃত্যু আৰু ভৱিষ্যত মাতৃত্বৰ সম্ভাৱনা নোহোৱা কথাই এক তীব্ৰ তোলপাৰ তুলি দিয়াৰ দৰে হ'ল। অদৃষ্টৰ পৰিহাসত অনিতা মোৰেই ৰোগী হ'ব লগা হ'ল। অনিতাই সকলো সময়তে মন মাৰি থাকে। মাজে মাজে হঠাৎ ক্ৰুদ্ধ হৈ উঠে, আনকি কেতিয়াবা কেতিয়াবা উদয়ৰ ওপৰতো হাত তোলে। মই বহুধৰণৰ চিকিৎসা চলালো। কিছু আৰোগ্যৰ পথলৈও আনিলো কিন্তু সম্পূৰ্ণ নিৰাময় কৰিব নোৱাৰিলো। মোৰে উপদেশত উদয়ে অনিতাক চিকিৎসাৰ কাৰণে আমেৰিকালৈ লৈ গ'ল।

চাৰি মাহ মানৰ পিচত অনিতা সম্পূৰ্ণ সুস্থ হৈ আমেৰিকাৰ পৰা ঘূৰি আহিল। অন্ততঃ মই পৰীক্ষা কৰি অনিতাৰ কোনো মানসিক বিকৃতি বা দুৰ্ব্বলতা থকাৰ চিন নাপালো। এই চাৰি মাহৰ চিকিৎসাৰ খৰচত উদয়ৰ আৰ্থিক অৱস্থাত টনাটনি পৰিল। জমা টকাখিনি প্ৰায় শেষেই হ'ল। উদয়ৰ কাৰণে কোনো চাকৰী কৰা সম্ভৱ নহয়, তেনে মনোবৃত্তিও নাই। সুস্থ হৈ উঠিলেও কিছুদিনৰ কাৰণে সকলো সময়তে অনিতাৰ ওপৰত দৃষ্টি ৰখাটোও প্ৰয়োজন। উদয়ৰ কাৰণে কলিকতাত ঘৰ ভাৰা কৰি থকা সম্ভৱ নহ'ল। তেওঁ পৈতৃক জমিদাৰীৰ হাউলী-টোলৈকে যোৱাৰ সিদ্ধান্ত ললে। ইয়াৰ পিচত দুমাহমান আৰু মোৰ উদয়ৰ লগত দেখা-দেখি হোৱা নাই।

হঠাৎ এদিন দুপৰীয়া উদয় মোৰ চেম্বাৰ ওলালহি। উদয়ক মই বৰ চিন্তিত আৰু উদভ্ৰান্ত যেন দেখিলো। অনুমান কৰাত অসুবিধা নহ'ল— নিশ্চয় অনিতাৰ আগৰ ৰোগে দেখা দিছে। উদয়ে মোক লাহে লাহে কৈ গ'ল—

## উদয়ৰ কথা

বহু বছৰৰ পিচত মই মোৰ পৈতৃক হাউলীটোলৈ উভটি আহিছো। মা ঢুকোৱাৰ সময়ত আহিছিলো, তাৰ পিচত অহা মনত নপৰে। সেইতাৰ দিনতে হাউলীটো বহুখিনি মেৰামত কৰিব লগা হৈছিল। জমিদাৰী যোৱাৰ পিচত মেৰামত কৰাবটো প্ৰশ্নই নুঠে। এক জৰাজীৰ্ণ অৱস্থাত যে

ঘৰটো দেখা পাম তাত মোৰ কোনো সন্দেহ নাছিল। ঘৰটো অৱশ্যে আমাৰ পুৰণি মালী এজনেই চোৱা-চিতা কৰি আছিল। মই মাজে-সময়ে টকা-পইচা পঠিয়াই আছিলো। কিন্তু আহি দেখিলো ঘৰটোৰ অৱস্থা আশা কৰাতকৈ বহু বেয়া। মনোযোগ দিয়া মানুহ নোহোৱা কাৰণে চাৰিওপিনে হাবি-বনে আগুৰি ধৰিছে। কোনেও বাস নকৰাৰ কাৰণে জীৱ-জন্তুৰ আশ্ৰয়ৰ স্থল হৈছে। ভেকুৰা গোন্ধ এটা ঘৰটোৰ সৰ্বত্ৰ বিদ্যমান। ষাঠি বছৰীয়া বুঢ়া মালী এজনে কিমাননো যত্ন লব পাৰে বাৰু? তথাপি চাৰিটা কোঠা বসবাসৰ কাৰণে পৰিষ্কাৰ কৰি ৰাখিছে। ঘৰটোৰ অৱস্থা দেখি মোৰ ভয় লাগি গ'ল। অনিতাই নিশ্চয় এনে পৰিবেশত থকাটো সহ্য কৰিব নোৱাৰিব। কিন্তু অনিতাই গোটেই পৰিস্থিতিটো সহজভাৱে ললে। প্ৰথম দুদিনতে অনিতাৰ বহু মানসিক পৰিবৰ্ত্তন লক্ষ্য কৰিলো। দুই এবাৰ গুণ্ গুণাই গান গোৱাও শুনিলো। এইয়া নিশ্চয় কলিকতাৰ ইটা আৰু কংক্ৰিটৰ পৰিবেশৰ পৰা গছ-গছনিৰ মুকলি পৰিবেশলৈ অহাৰ প্ৰভাৱ। আমাৰ জীৱন সহজ ছন্দত আকৌ আৰম্ভ হ'ল। অনিতাই ছবি অঁকা ইজেলখন পাতি ললে। মইও মোৰ বেহেলাখনত সুৰ দিয়া আৰম্ভ কৰিলো।

আমি আহি পোৱাৰ দুদিন পিচতে কিন্তু ছন্দপতন ঘটিল। ৰাতি খাই বই উঠি হাতত এখন কিতাপ লৈ বিছনাত পৰি থাকোতেই মোৰ চিলমিলকৈ টোপনি আহিল। কিছুপৰৰ পিচত সাৰ পাই দেখো অনিতা মোৰ ওচৰত নাই। ঘড়ীলৈ চাই দেখো নিশা প্ৰায় বাৰ বাজিছে। মই ভয় খাই উঠিলো। দৌৰি বাহিৰলৈ আহি দেখো অনিতা বহা কোঠাত বহি আছে। কোঠাটোৰ মাজ-মজিয়াৰ মোজাইকত ডবা খেলৰ ছকৰ দৰে ছক এখন খোদাই কৰা আছে। বোধকৰো আমাৰ কোনো পূৰ্ব্ব পুৰুষে ইয়াতে ডবা খেলি অৱসৰ বিনোদন কৰিছিল। অনিতাৰ হাতত আমাৰ ঘৰতে থকা বহুদিনৰ পুৰণি এটা পিতলৰ গিলাচ। ডবা ছকখনত গিলাচটো অকোৱা পকোৱা কৰি আছে। মই বহুসময় ধৰি পিচৰ পৰা চাই আছো। অনিতাই কিন্তু কথকে নোৱাৰে। তেওঁৰ সকলো লক্ষ্য ডবা ছকখনৰ ওপৰত। অনিতাৰ অঙ্গী-ভঙ্গী দেখি এনে ভাব হ'ল যেন

মাজে মাজে পিলাচটো অনিতাৰ ইচ্ছামতে চলি থকা নাই, কোনোবা অদৃশ্য শক্তিয়েহে চলাই আছে। কিছুসময় চাই থাকি মই অনিতাক মাতিলো। লগে লগে তেওঁ চমকি উঠিল, হাতৰ পৰাও পিলাচটো উফৰি পৰিল। মই লাহেকৈ সুধিলো—

"কি খেলখন খেলি আছা?"

অনিতাই মোৰ মুখলৈ চাই অকনো অপ্ৰস্তুত নোহোৱাকৈ কলে "মই কথা পাতি আছো।"

"কথা পাতি আছা? কাৰ লগত? তোমাৰ সমুখত দেখো কোনো নাই।"

"সমুখত উপস্থিত থাকিলেহে কথা পাতিব পাৰি নেকি? তুমি প্লেনচেটৰ কথা শুনা নাই? প্লেনচেটৰ দৰে এই ডবা ছকখনৰ ওপৰতে মই পিলাচটো ঘূৰাই এই ঘৰৰে কোনোবা পুৰণি বাসিন্দা এজনৰ লগত কথা পাতি আছো। তোমাৰে কোনোবা পূৰ্ব্ব-পুৰুষ হব নিশ্চয়। কথাবোৰ বৰ জমিছিল জানা। তুমি আহি মিছাতে বাধা দিলা।"

কি বলিয়ালিখন কৰিছা বুলি মোৰ অনিতাক ধমক দি উঠিবৰ মন গৈছিল, কিন্তু মই তৎক্ষণাত নিজকে সংযত কৰিলো। বিজয়ে মোক অনিতাৰ প্ৰতি বলিয়ালি বা তেনেধৰণৰ শব্দ কেতিয়াও ব্যৱহাৰ নকৰিবলৈ সাৱধান কৰি দিছিল। মই কথাটো পাতলাই কলো—"কথা পতা হ'ল নহয়। এতিয়া শুবা বলা।"

অনিতা কিন্তু শুবলৈ যাবলৈ মান্তি নহ'ল। কলে—"তুমিও কথা পাতাচোন বৰ মজা পাবা। পিলাচটো হাতত লৈ তুমি যি প্ৰশ্ন কৰিব খোজা ডবা ছকখনত তাকে লিখাৰ দৰে কৈ ঘূৰাবা। তুমি পিলাচটো চুই থাকিলে আপোনা আপুনি উত্তৰটোৰে পিলাচটো ঘূৰি থাকিব।"

মই দেখিলো অনিতাৰ লগত তৰ্ক কৰাৰ অৰ্থ নাই। পিলাচটো হাতত লৈ ডবা ছকখনত আখৰ এটা লিখিব ধৰোতেই পিলাচটো মোৰ হাতৰ পৰা উফৰি গ'ল। মোৰ এনে লাগিল যেন পিলাচটো মোৰ হাতৰ পৰা কোনোবাই টানি লৈ গ'ল। নিশ্চয় মোৰ মনৰ ভুল। পিলাচটো বোধকৰো মই ঠিকমতে ধৰা নাছিলো। অনিতা খিল্‌খিলাই হাঁহি উঠিল।

"তোমাৰ লগত তেওঁ বোধকৰো কথা পাতিবলৈ পছন্দ নকৰে।"

মই পৰিবেশটো সহজ কৰিবলৈ কলো—"তুমি কথা পতাজন নিশ্চয় ডেকা মানুহ। তোমাৰ দৰে ধুনীয়া গাভৰুৰ লগত কথা নাপাতি মোৰ লগত পাতিব নে? কোননো সেইজন মোৰ ঠাইত তোমাক দখল কৰিবলৈ আহিছে?"

অনিতাই মোৰ কথাত খং খাই উঠিব বুলি ভাবিছিলো। কিন্তু নাই, অনিতাৰ মুখখন উজ্জ্বল হৈ হৈ পৰিল।

হাঁহি হাঁহিয়ে কলে—"মানুহজন ডেকা, ধুনীয়াও। নামটো কিন্তু সোধা নহ'ল। অহাবাৰ সুধি তোমাক কম।"

মই অনিতাক লাহে লাহে আমাৰ কোঠালৈ লৈ আহিলো। গোটেই নিশা মোৰ টোপনি নাহিল। মনটোক বুজাবৰ চেষ্টা কৰিলো—গোটেইটোৱে নিশ্চয় অনিতাৰ মনৰ কল্পনা। চাৰিওপিনে হাবি-বননিয়ে আবৰা লোকালয়ৰ দূৰত পুৰণি জৰাজীৰ্ণ হাউলী এটাত মনলৈ এনে ধৰণৰ ভাব অহাটো স্বাভাৱিক। কিন্তু মোৰ হাতৰ পৰা গিলাচটো ছিটিকি যোৱা কথাটোৱে মোক বহুখিনি বিব্ৰত কৰি ৰাখিলে। নিশাটো মোৰ বৰ জয়াল লাগিল।

পিচদিনা অনিতা আকৌ আগৰজনী অনিতা হৈ পৰিল। যোৱা নিশাৰ কথা পাহৰা যেন লাগিল। মোৰ মনৰ সন্দেহো আঁতৰিল। অনিতা বেচি সময় ছবি আঁকাতে ব্যস্ত থাকিল। মই ভাল পালো, মনটোও পাতলিল।

এনেকৈ সাত দিনমান পাৰ হ'ল, এসপ্তাহ আগতে ঘটা ঘটনাটো মই প্ৰায় পাহৰিছিলোৱেই। সিদিনা আকৌ মাজনিশা সাৰ পাই দেখো অনিতা বিছনাত নাই! নিশ্চয় ল'ৰা-খেমালিখন কৰিবলৈ গৈছে। বহা কোঠাটোলৈ আহি দেখো অনিতা ডবা ছকখনৰ ওপৰত অলস ভঙ্গীত পৰি আছে—গিলাচটো হাতৰ ওচৰত। মোক দেখিয়ে তেওঁ কলে, "জানা—আজি বহু কথা হলো। নামটোও সুধিলো—উগ্ৰনাৰায়ণ। তোমাৰে পূৰ্ব্বপুৰুষ যেতিয়া নামটো তুমি নিশ্চয় শুনিছা।"

মই চমকি উঠিলো। উগ্ৰনাৰায়ণৰ নামটোতো মোৰ একেবাৰে অপৰিচিত নহয়। অনিতাই কৈ গ'ল।

"উগ্ৰনাৰায়ণ বৰ সাজ্যাতিক মানুহ বুজিছা। ডেকাকালত হেনো বৰ উগ্ৰ আছিল। বুঢ়া জমিদাৰৰ বৰ প্ৰিয় লৰাও আছিল বোলে।" অলপ লাজ লাজকৈ অনিতাই কৈ গ'ল।

"উগ্ৰনাৰায়ণে হেনো ধুনীয়া বিবাহিতা তিৰোতা দেখিলেই জোৰকৈ হাউলীলৈ লৈ আহিছিল। প্ৰবল, প্ৰতাপী জমিদাৰৰ ইচ্ছাত বাধা দিব পাৰে কোনে? লগতে হেনো তিৰোতাগৰাকীৰ স্বামীকো ধৰি লৈ আহিছিল আৰু তেওঁৰ লগত তৰোৱালেৰে দণ্ডযুদ্ধ খেলিছিল। তৰোৱাল খেলাত তেওঁ বোলে বৰ পাকৈত আছিল। এজন নহয় দুজন নহয় দুজন লোকক হেনো তেওঁ এনেকৈ হত্যা কৰিছে। তুমিও যে কি আৰু বেছেলা বজাবলৈকে শিকিলা। তৰোৱাল হাতত লবলৈ নিশিকিলা।"

মই সেইদিনাও অনিতাক লাহে লাহে মোৰ কোঠালৈ লৈ আহিলো। মোৰ বুকুখন কপি উঠিছিল। উগ্ৰনাৰায়ণৰ নামটোতো মই শুনা নহয়। অনিতাই কোৱাৰ দৰে মোৰ বুঢ়ী আইয়েও সৰুতে এদিন উগ্ৰনাৰায়ণৰ কাহিনী কৈছিল। উগ্ৰনাৰায়ণ হেনো বৰ দাম্ভিক আৰু গোৱাঁৰ ধৰণৰ মানুহ আছিল। এনেকৈ দুজন মানুহক হত্যা কৰাৰ পিচত নিজৰ দোষতে হেনো তেওঁৰ মৃত্যু ঘটিল। তেওঁলোকৰ ঘৰতে কাম কৰা ডেকা লাঠিয়াল এজনৰ তিৰোতাক লৈ আহি লাঠিয়ালজনক তৰোৱালৰ যুদ্ধলৈ আহ্বান কৰিছিল। তৰোৱালৰ দণ্ডযুদ্ধত উগ্ৰনাৰায়ণক পৰাজিত কৰাটো সম্ভৱ নহ'লহেঁতেন। লাঠিয়ালজনো একে জমিদাৰৰ লাঠিয়ালহে। উগ্ৰনাৰায়ণে তৰোৱালেৰে আক্ৰমণ কৰিবলৈ নৌপাওঁতেই লাঠিয়ালজনে পলকতে লাঠি তুলি যিটো মাৰ সোধালে তাত তেওঁৰ মূৰৰ লাওঁখোলা ভাঙি গ'ল। লাঠিয়ালজনে লগে লগে যি পলাল কোনেও আৰু পিচত বিচাৰি নাপালে। উগ্ৰনাৰায়ণ বেচি সময় বাচি থকা নাছিল। কিন্তু মৰাৰ আগতে হেনো কৈ গৈছিল। 'সি মোক অন্যায় কৈ মাৰিছে। মই তাক শুদাই নেৰো, প্ৰতিশোধ লম।" উগ্ৰনাৰায়ণৰ শৱ সংকাৰো হাউলীটোৰ কিছু দূৰতে কৰা হৈছিল। বুঢ়া জমিদাৰে সেই ঠাইত স্মৃতি হিচাবে এটা সৰু ঘৰ সাজি দিছিল। সেই ঘৰৰ ইটাৰ টুকুৰা আজিও দেখা পোৱা যায়।

উগ্ৰনাৰায়ণৰ কথা বাৰু অনিতাই জানিলে কেনেকৈ? উগ্ৰনাৰায়ণ

মৰাৰটো আজি বহু বছৰ পাৰ হৈ গ'ল। বুঢ়ী আইয়েতো উগ্ৰনাৰায়ণৰ কাহিনীটো সঁচা নে মিছা নে কিম্বদন্তী ঠিক মতে কব নোৱাৰিছিল। মইতো অনিতাক এই কাহিনী কোনোদিনে কোৱা নাছিলো। হয়তো বুঢ়া মালীয়ে কব পাৰে। নাইবা ঘৰৰ কামত সহায় কৰিবলৈ দিনত অহা ছোৱালীজনীয়ে কব পাৰে। আন কিবা উপায়েৰেও অনিতাই জানিব পাৰে। মই মনক বুজনি দিবৰ চেষ্টা কৰিব ধৰিলো। কিন্তু বাৰে বাৰে মনটো শঙ্কাই আগুৰি ধৰিলে। অশৰীৰী কিবা এটা শক্তিৰ প্ৰভাৱৰ কবলত যেন আমি দুয়ো পৰিছো। সেইদিনাই ঠিক কৰিলো এই ঠাই এৰি গৈ আকৌ কলিকতাত থিতাপি লম।

পিচদিনা পুৱাই কলিকতালৈ আহি বিজয়ক কথাটো কলো। বিজয়ে অকল কথাটো উৰুৱাইয়ে নিদিলে, মোক উপলুঙাও কৰিলে—কুৰি শতিকাৰ ডেকা ল'ৰা হৈ মই এইবোৰ বিশ্বাস কৰিছো বুলি। মই ভবাৰ দৰে বিজয়েও মালীয়ে নাইবা ছোৱালীজনীয়ে উগ্ৰনাৰায়ণৰ কথা কোৱাৰ সম্ভা-ৱনাকে উৰুৱাই দিলে। মই ৰাতিপুৱাই কিন্তু দুয়োকে কথাটো সুধি আহিছিলো। ছোৱালীজনীয়েতো নামটো শুনাই নাই। মালীজনেও তেনে কোনো কথা কোৱা নাই বুলি মোৰ আগত শপত খালে। বিজয় কিন্তু মালীজনৰ কথা মানিবলৈ মান্তি নহ'ল। বৰঞ্চ ওলোটাই মোক প্ৰশ্ন কৰিলে, মালীজনে কলেও কথাটো স্বীকাৰ কৰিব নেকি? মালীয়েওটো অনিতাৰ মানসিক অৱস্থাৰ কথা জানে। মই সম্পূৰ্ণৰূপে পতিয়ন নগলেও ভাবিলো বিজয়ৰ কথাত যুক্তি নথকা নহয়। মই কলিকতাত ঘৰ নিবিচাৰি হাউলীটোলৈ উভটি আহিলো।

পিচদিনাৰ পৰা মই অনিতাৰ বহু পৰিবৰ্ত্তন লক্ষ্য কৰিলো। প্ৰথম কেইদিন হাউলীটো পৰিষ্কাৰ পৰিচ্ছন্ন কৰাৰ যি আগ্ৰহ দেখিছিলে লাহে লাহে সি নাইকীয়া হোৱা যেন লাগিল। ৰাতিপুৱাৰ পৰা ইজেলখন লৈ ছবি আঁকাতে ব্যস্ত থাকে। মই ভালেই পাইছিলো। ছবি আঁকাত ব্যস্ত থাকিলে অন্ততঃ মনত বাঁলিয়ালি ভাববোৰে ঠাই নাপাব। কিন্তু গধুলি হলেই যেন অনিতাৰ কিবা এটা হয়। সাজ-সজ্জা কৰাত ব্যস্ত হৈ পৰে। এনেয়ে হলে একো আপত্তি কৰিবলগীয়া নাথাকিলহেঁতেন।

যিকোনো গাভৰুৱে প্ৰসাধনেৰে নিজকে সুন্দৰ কৰিবলৈ চেষ্টা কৰাটো স্বাভাৱিক। কিন্তু অনিতাৰ চুলি সজোৱাৰ আৰু শাৰী পিন্ধাৰ ধৰণটোত বহু পৰিবৰ্ত্তন দেখা গ'ল। অনিতাই সাধাৰণতে হাত নথকা ব্লাউজ পিন্ধি ভাল পাইছিল। কিন্তু এতিয়া তেওঁ হাত থকা লেচ্ লগোৱা ব্লাউজ পিন্ধিবলৈ আৰম্ভ কৰিলে। সাজ-সজ্জাৰ ধৰণকৰণৰ পৰা এনে লাগিল যেন তেওঁ এশ বছৰ পিচুৱাই যাব বিচাৰিছে। এদিন ধেমালি কৰা দি তেওঁক সুধিলো।

"তোমাৰ দেখো ষ্টাইলৰ সম্পূৰ্ণ পৰিবৰ্ত্তন ঘটিছে?" অনিতাৰ উত্তৰত মই চমকি উঠিলো—"উগ্ৰনাৰায়ণে কৈছে মোক হেনো এনেকৈ শাৰী পিন্ধিলে আৰু চুলি বান্ধিলেহে ভাল দেখি তুমিতো মোক এইবিলাক কথা নোকোৱাই।

মই পাগল হৈ যাম নেকি বাৰু।

কথাবোৰ লাহে লাহে মোৰ অসহ্য হৈ আহিল। অনিতাই যিখন ছবি আঁকি আছিল সেইখন এদিন মোক দেখুৱালে। ইমান ধুনীয়া আৰু জীৱন্ত ছবি অনিতাই আগেয়ে অঁকা মনত নপৰে। ছবিখন মোৰ অলপ চিনাকী চিনাকী যেন লাগিল। সাজ-পাৰত পুৰণি জমিদাৰ বংশৰ ডেকা এজনহে যেন। ছবিখন কাৰ অনিতাক সুধিলো। তেওঁ উত্তৰ দিলে—"উগ্ৰনাৰায়ণৰ"। মই আৰু সহ্য কৰিব নোৱাৰিলো। অনিতাক বেয়াকৈয়ে কিবা কিবি কলো।

সেই দিনটো সোমবাৰ আছিল মই মোৰ কোঠাত অকলে শুই আছিলো। অনিতা মোৰ ওচৰলৈ অহা নাই। বহু নিশালৈকে নহা দেখি বহা কোঠাটোলৈ গৈ দেখো অনিতা ডবা চকখনৰ ওপৰতে শুই আছে। গাত কাপোৰৰ লাগ-বান্ধ নাই। দেখিলে এনে হে লাগে যেন কাৰোবাৰ বুকুৰ মাজতহে শুই আছে। মই একো নমতাকৈ মোৰ বিচনালৈ উভটি আহিলো। অলপ পিচত অনিতা আহি মোৰ ওচৰত শুই পৰিল। অনিতাক অসম্ভৱ ক্লান্ত যেন লাগিছিল, কাৰোবাৰ ওচৰত নিজকে সম্পূৰ্ণভাবে বিলাই দিহে যেন মোৰ কাষত শুইছেহি। মই গোটা সপ্তাহটো ধৰি অনিতাক বুজাবৰ চেষ্টা কৰিছো এইদৰে কল্পনাত

উঠি ফুৰিলে আমাৰ দুয়োৰে কাৰো লাভ নহয়। কিন্তু তেওঁ কোনো কথা শুনিবৰ কাৰণে প্ৰস্তুত নহ'ল। অনিতাৰ কাৰণে উগ্ৰনাৰায়ণ কল্পনা নহয়, সম্পূৰ্ণ বাস্তৱ। মোক তেওঁ ইমান দূৰলৈ কৈছে যে উগ্ৰনাৰায়ণৰ হেনো মোৰ ওপৰত বৰ হিংসা—কোনোবা দিনা মোক দণ্ডযুদ্ধলৈ আহ্বান কৰি মোক পৰাজিত কৰিব। মোৰ নিজৰে ভয় লাগিছে। এই গোটেই-বোৰ বলিয়ালি বুলি উৰাই দিবৰ চেষ্টা কৰিও মই এতিয়া অনুভৱ কৰিছো অনিতা এক অশৰীৰী আত্মাৰ কৱলত পৰিছে। উগ্ৰনাৰায়ণৰ অতৃপ্ত আত্মাই হাউলীটোত আজিও নিজৰ অধিকাৰ সাব্যস্ত কৰি ৰাখিছে। অনিতা তেওঁৰ লালসাৰ বলি হৈছে। মোৰ এনেও অনুভৱ হৈছে বিপদৰ জাল এখনে যেন লাহে লাহে মোক আৱৰি ধৰি আছিছে। মই বুজিছো এই হাউলীটোত আৰু আমি থকা উচিত নহয়। অনিতাক দুই এবাৰ কলিকতাত গৈ থকাৰ কথা কৈছো। কিন্তু কথাটো তেওঁ শুনিবই নোখোজে। তথাপিও মই আজি ঠিক কৰিছো অনিতাক জোৰ কৈ হলেও, আৰ্থিক কষ্ট সহ্য কৰিও কলিকতাতে সৰু ঘৰ এটা লৈ থাকিব লাগিব। এই দুৰ্জ্জয় আতঙ্ক আৰু মই সহিব নোৱাৰো। ঘৰ বিচৰা আৰু অনিতাৰ অৱস্থাটো সম্পৰ্কে আলোচনা কৰা, এই দুয়োটা উদ্দেশ্যলৈ পুৱাই মই কলিকতালৈ ওলাব লাগিব।

## ডঃ বিজয় বানাৰ্জীৰ কথা

দুপৰীয়া ভাত-পানী খাই উঠি অলপ জিৰণি লৈছোহে। বাতিপুৱাৰ পৰা চেম্বাৰত ৰোগীৰ অসম্ভৱ ভিৰ। অকণো আহৰিকে পোৱা নাই। ভাবিছো দুপৰীয়া আৰু কাৰো লগত দেখা নকৰো। এনেতে হৰমুৰকৈ উদয় ওলালহি। উদয়ৰ এই কেইদিনতে বহু পৰিবৰ্ত্তন লক্ষ্য কৰিলো। চকুৰ কোণত ক'লা দাগ, মুখত ক্লান্তিৰ স্পষ্ট চাপ। উদয়ে আহিয়ে অনিতা আৰু উগ্ৰনাৰায়ণৰ গোটেই ঘটনাটো বিৱৰি কলে। কলিকতালৈ মোক লগ ধৰাৰ লগতে ঘৰ বিচাৰি অহাৰ কথাও কলে। কিন্তু লাগ বুলিলেইতো কলিকতাত ভাড়া ঘৰ বিচাৰি পোৱা নাযায়। তাতে টকাৰ প্ৰশ্নও আছে। তথাপি দুই এটা ঘৰৰ সন্ধান হেনো পাইছে। দুই

তিনি সপ্তাহৰ ভিতৰত পাৰ পাৰে। মই উদয়ক অধৈৰ্য্য নহবলৈ কলো। অনিতাৰ মানসিক আৰু শাৰীৰিক পৰিবৰ্ত্তন যে পৰিবেশৰ ফলাফল বুজাবলৈ যত্ন কৰিলো। কলিকতাত ডাঙৰ-দীঘল হোৱা গাভৰু এগৰাকীয়ে মানসিক ৰোগত ভোগাৰ পিচত চহৰৰ বন্ধ পৰিবেশৰ পৰা গৈ সম্পূৰ্ণ বেলেগ পৰিবেশত এটা বহুদিন পৰিত্যক্ত হাউলীত আশ্ৰয় ললে কল্পনাই বিভিন্ন ধৰণৰ ৰহন বুলোৱাটো একো অস্বাভাৱিক নহয়। ডাক্তৰী-শাস্ত্ৰত এনে বহু কেচৰ বিৱৰণ আছে। কিন্তু মোৰ চিন্তাৰ ডাঙৰ কাৰণ হ'ল যে কেৱল অনিতাই নহয় উদয়ও এই পৰিবৰ্ত্তনৰ চিকাৰ হৈছে। উদয়ে ঘটনাটো অনিতাৰ মনৰ বিভ্ৰম বুলি স্বীকাৰ কৰিব নোখোজে। বাৰে বাৰে উগ্ৰনাৰায়ণৰ অতৃপ্ত অশৰীৰী আত্মাৰ প্ৰভাৱৰ কথা মোক কলে। মই বুজিলো এতিয়া এজন ৰোগীৰ ঠাইত মই দুজন ৰোগীৰ চিকিৎসা কৰিব লাগিব। মানুহে কিবা এটা বিশ্বাস কৰিলে কেৱল যুক্তি তৰ্কেৰে বা জোৰকৈ তাক গুচোৱাটো সম্ভৱ নহয়। উদয়ে মোক বৰ জোৰকৈ ধৰিলে মই তেওঁৰ লগত যাব লাগে। আজি সোমবাৰ কাৰণে নিশা অনিতা নিশ্চয় উগ্ৰনাৰায়ণৰ কবৰলৈ আহিব। মই নিজে গৈ অনিতাৰ পৰিবৰ্ত্তন চাব লাগে। যাব পাৰিলে ভাল পালোহেঁতেন। কিন্তু পধূলি কেবাটাও কেচৰ এপইণ্টমেণ্ট দিয়া আছে। পিচদিনা দুটা ডাঙৰ অপাৰেচনো আছে। সেইবাবে যোৱাটো সম্ভৱ নহয়। এনগেজ্‌মেণ্ট্‌ ডায়েৰীখন চাই দেখিলো বৃহস্পতিবাৰে মোৰ বিশেষ ৰোগীৰ ভিৰ নাই। সেইদিনা যাম বুলি মই উদয়ক প্ৰতিশ্ৰুতি দিলো। উদয়ে যোৱাৰ সময়ত মোক এটা বৰ আচৰিত অনুৰোধ কৰি গ'ল। উদয়ৰ যদি কিবা হয় মই যেন অনিতাৰ অভিভাৱক হিচাবে সম্পূৰ্ণ দায়িত্ব লওঁ। মই হাঁহি কথাটো পাতলাই দিবৰ চেষ্টা কৰিলো। কিন্তু উদয়ে কথাটো মোৰ দৰে সহজ ভাৱে লবলৈ মান্তি নহ'ল। তেওঁৰ মৃত্যু হলে তেওঁৰ পত্নী মানসিক ৰোগাক্ৰান্ত হোৱা কাৰণে মইয়ে আইনগত অভিভাৱক হিচাবে সকলো অধিকাৰ পাম বুলি এখন কাগজত লিখি মোৰ হাতত দিলে। কাগজখন মই ফালি পেলাব খুজিছিলো। কিন্তু ভাবিলো যদি এই ধৰণে লিখিয়ে উদয়ে শান্তি পায় তেন্তে মই তাত আপত্তি কৰো কিয়! উদয়ৰ যাবলৈ একেবাৰে ইচ্ছা নাছিল। কিন্তু মই যেনেকৈয়ে

হওক বৃহস্পতিবাৰে যাম বুলি কৈ পঠিয়াই দিলো। গোটেই কথাটো যে উদয় আৰু অনিতাৰ মানসিক তাত মোৰ কোনো সন্দেহ নাছিল। ডাক্তৰ হিচাবে এনে মানসিক প্ৰতিক্ৰিয়াৰ কেচ প্ৰায়ে চিকিৎসা কৰিবলগীয়া হয়। আমাৰ কাৰণে এনে ঘটনা অস্বাভাৱিক নহয়।

উদয়ৰ অনুৰোধ ৰাখি সেইদিনাই যদি গলোহেঁতেন তেনেহলে হয়তো ঘটনাটোৰ এনে শোকাবহ পৰিণতি নহ'লহেঁতেন। পিচদিনাই বুঢা মালীজনৰ পৰা টেলিগ্ৰাম এখন পালোঁ—উদয়ৰ দুৰ্ঘটনাত মৃত্যু হৈছে, মই ততা-তৈয়াকৈ যাব লাগে। ৰোগীৰ জঞ্জালবোৰ মাৰি উদয়হঁতৰ গাওঁ পাওঁতে মানে গধূলি হ'ল। মালীৰ পৰা গোটেই ঘটনাটো শুনিলো। সিদিনা গধূলি উদয় আহি ঘৰ পোৱাৰ পিচতে উদয়ৰ লগত অনিতাৰ তৰ্কাতৰ্কি হয়। অনিতা সেইদিনা ৰাতি উদয়ৰ কোঠালৈ যোৱা নাই। উদয়ও খণ্ডত নিজৰ কোঠাত শুই থাকিলগৈ। উদয়ৰ ষষ্ঠ ইন্দ্ৰিয়ই বোধকৰো কিবা বিপদৰ আগজাননী দিছিল। অনিতাক আগে পিচে কোঠাটোত অকলে থাকিবলৈ দিলেও উদয়ে সিদিনা বুঢা মালীক বহা কোঠাটোৰ বাহিৰৰ বাৰান্দাতে পৰ দি থাকিবলৈ কলে। মাজনিশা মালীয়ে দেখিলে অনিতাই "ৰবা মইও যাব ধৰিছো" বুলি চোতালেৰে দৌৰিবলৈ আৰম্ভ কৰিছে। মালীৰ এনে লাগিল কোনোবাই যেন অনিতাক মাতি মাতি আগে আগে গৈ আছে। বাধা দিবলৈ চেষ্টা কৰিলেও "ৰবা ইমান বেগাই নাযাবাচোন, মই ইমান দৌৰিব নোৱাৰো" বুলি অনিতাই হাবিৰ পিনে দৌৰি আগবাঢ়ি গ'ল। মালীয়ে গৈ উদয়ক খবৰ দিয়ে মানে অনিতা বহুদূৰ আগুৱাই গৈছে। উদয়ে অনিতাৰ পিচ ললে। উদয়ৰ লগত তাল মিলাব নোৱাৰি মালী পিচুৱাই পৰিল। এনেদৰে কিছুদূৰ আগবাঢ়ি মালীয়ে এঠাইত দেখিলে উদয় মাটিত পৰি আছে আৰু মূৰত বেয়াকৈ আঘাত পাইছে। যি ঠাইত উগ্ৰনাৰায়ণৰ সমাধি সজা হৈছিল সেই ঠাইতে উদয় পৰি আছে। বুঢাই কোনোমতে উদয়ক ঘৰলৈ লৈ আহিল। কিন্তু ঘৰ পোৱাৰ অলপ পিচতে উদয়ে প্ৰাণ হেৰুৱালে। অনিতা ঘৰলৈ উভতি আহি উগ্ৰনাৰায়ণৰ ছবিখনৰ সমুখত থিয় হৈ আছে। মাজে মাজে মাথো চিএৰি আছে—"তেওঁ কাকো ভাল নাপায়। মাথো দণ্ডযুদ্ধ কৰি প্ৰতিদ্বন্দ্বীক

হত্যা কৰিছে ভাল পায়।” ইয়াৰ বাহিৰে অনিতাৰ কোনো বাহ্যজ্ঞান নাই।

মই যেতিয়া গৈ পাওঁ তেতিয়াও অনিতাই এখন ছবিৰ আগত বহি ঘৃণাৰ দৃষ্টিৰে ছবিখনলৈ চাই এই কথাকেষাৰেই কৈ আছিল। উদয়ৰ দেহ তেতিয়াও ওচৰৰ সৰু চহৰখনৰ পৰা পোষ্টমৰ্টেম হৈ অহা নাই। সেয়ে উদয়ৰ শৱদেহ আনিবৰ কাৰণে মই চহৰৰ হস্পিতাললৈ গলো। হস্পিতালৰ ডাক্তৰে তাত মোক এটা বৰ আচৰিত কথা কলে। উদয়ৰ মূৰৰ আঘাতটো যেনো কোনো চোকা অস্ত্ৰৰে কৰা আঘাতৰ দৰে। কোনো ইটা বা শিলাখণ্ডত লাগি হোৱা আঘাত নহয় যেন লাগে। মোৰ মনটোৱে অৱশ্যে এই ঘটনাটোৰ এটা সহজ উত্তৰ বিচাৰি পালে। অনিতাই উগ্ৰনাৰায়ণৰ কাহিনী কৰবাত শুনিছিল আৰু তেওঁৰ অৱচেতন মনত ইয়াৰ বাবকৈ প্ৰভাৱ পৰিছিল। হাউলীটোৰ আৰু ইয়াৰ চৌপাশৰ নিৰ্জন পৰিবেশে উদয় আৰু অনিতাৰ মনত এক ৰহস্যৰ ভাৱ সৃষ্টি কৰিছিল।

কাহিনীটো যদি ইয়াতে শেষ হ'লহেঁতেন মই ভাল পালোহেঁতেন। মোৰ মনতো কোনো সন্দেহৰ ঠাই নাথাকিলহেঁতেন। কিন্তু সি নহ'ল। মনৰ ভাৰসাম্য হেৰুৱাই পেলোৱা অনিতাৰ চিকিৎসাৰ দায়িত্ব মইয়ে লবলগীয়া হ'ল। অনিতা আৰু হাউলীটোলৈ উভতি যোৱাৰ প্ৰশ্ন নুঠে। অনিতাৰ চিকিৎসাৰ খৰচ আছে। উদয়ৰো কোনো উত্তৰাধিকাৰী নাই। হাউলীটো বেচি পেলোৱাটোকে ঠিক কৰিলো। গ্ৰাহকো ওলাল। হাউলীটোৰ দখল দিবৰ কাৰণে মই গ্ৰাহকৰ লগত তালৈ আৰু এবাৰ যাবলগীয়া হ'ল। হাউলীটোৰ মালী থকা কোঠাটোৰ ওচৰতে কোঠা এটা বহুদিনৰ লাম লাকটুৰে ভৰি আছিল। মামৰে ধৰা তলাটো ভাঙি যেতিয়া আমি ভিতৰ সোমাও বহুদিনৰ বন্ধ গোন্ধ এটা নাকত লাগিলহি। চাৰিওফালে ধূলিৰ ডাঠ তৰপে ভৰি আছে। কিমানদিন যে কোঠাটো বন্ধ হৈ আছে তাৰ নিশ্চয় হিচাপ নাই। পুৰণি বাচন-বৰ্তন, কাঠৰ সা-সঁজুলি আৰু ইটো সিটোৰে কোঠাটো ভৰা। কোঠাটোৰ বস্তুবোৰ বাহিৰ উলিওৱাত এখন ছবিত মোৰ চকু পৰিল। মই চমকি উঠিলো। ধূনীয়া কাঠৰ ফ্ৰেমত আইনা লগোৱা ছবি এখন। বহু দিনৰ ধূলি জোকাৰি মই ছবিখন

চালো। অনিতাই আঁকা ছবিখনৰ লগত এইখন ছবি হুবহু একে। চুলিৰ ভাঁজ, চকুৰ চাৱনি, পোচাকৰ কাপোৰৰ ৰঙ সকলো একে। ছবিখনৰ তলত থকা নাম এটাৰ কেইটামান আখৰ পঢ়িব নোৱাৰা হৈছে। তথাপি নামটো যে উগ্ৰনাৰায়ণ বুজাত অসুবিধা নহ'ল। ছবিখনৰ সোঁহাত আৰু বাওঁহাত ছুয়োপিনে তাৰিখ আৰু বাৰ লিখা আছে। অস্পষ্ট হলেও বাওঁহাতে লিখা বাৰটো যে সোমবাৰ ধৰিব পাৰিলো। বাৰটো নিশ্চয় উগ্ৰনাৰায়ণৰ মৃত্যুৰ বাৰ হব। উগ্ৰনাৰায়ণৰ এইখন ছবি যে অনিতাই দেখা নাই সেইটো ধ্ৰুৱপ। কাৰণ কোঠাটোত বহুদিনৰ পৰা কোনো সোমোৱা নাই বুলি মই নিশ্চিত। গোটেই হাউলীটো তন্ন তন্নকৈ চোৱাৰ পিচতো উগ্ৰ-নাৰায়ণৰ আন কোনো ছবি মোৰ চকুত নপৰিল। অনিতাৰ লগত নিয়া বস্তুবোৰৰ মাজতো তেনে কোনো ছবি নাই। বুঢ়া মালীয়েও এনে ছবি কাহানিও কতো দেখা নাই—অনিতাই আঁকা ছবিখনতে প্ৰথমবাৰৰ কাৰণে উগ্ৰ-নাৰায়ণৰ মুখখন দেখিছে। অনিতাই বাৰু উগ্ৰনাৰায়ণৰ ছবিখন আঁকিলে কেনেকৈ? মোৰ ভাক্তৰী আৰু বিশ্লেষণকামী মনটোৱে ইয়াৰ কেনো উত্তৰ বিচাৰি নাপালো। বৈজ্ঞানিক চিন্তাধাৰাৰে কাহিনীটোৰ এটা দিশৰে মাত্ৰ উত্তৰ বিচাৰি উলিয়ালেইতো নহব। সকলো কেইটা প্ৰশ্নৰ উত্তৰ বিচাৰি পাব লাগিব। মোৰ মনটো সেয়েহে বৰ অশান্ত হৈ আছে। উদয় আৰু অনিতাৰ ওপৰত এক অশৰীৰী আত্মাৰ প্ৰভাৱ মই উলাই কাৰব নোৱাৰা হৈছো। এইবিলাক কথা বিশ্বাস কৰিলে জানো মানসিক ৰোগৰ চিকিৎসা কৰা সম্ভৱ। সেইকাৰণেই আপোনালোকক কাহিনীটো কৈছো। কোনোবাই যদি কিবা উত্তৰ বিচাৰি পায় অনুগ্ৰহ কৰি মোৰ লগত ব্যক্তিগতভাৱে যোগাযোগ কৰিব আৰু সেইটো সম্ভৱ নহলে এখন চিঠিৰেই আপোনাৰ কথাখিনি মোক জনাব। অনুগ্ৰহ কৰি যেনে'তনে জনাব।

—x—

# দুৰ্ঘটনা

গৌতমৰ মনটো আজি বৰ ভাল। ভাল লাগিবৰ কথাই। সাত লাখ টকাৰ অৰ্ডাৰ এটা পালে কাৰ বাৰু ভাল নালাগিব। এই অৰ্ডাৰটো হাত কৰিবলৈ কম চেষ্টা কৰিবলগীয়া হৈছে নে। যোৱা চাৰি মাহে কিমানবাৰ যে চিলঙলৈ অহা যোৱা কৰিলে। গৌতমে তাৰ হিচাব পাহৰিলে। আজি-কালি চৰকাৰী কাৰ্যালয়বোৰো যে চলে আৰু। সাধাৰণ এটা ফাইল মন্ত্ৰীৰ পৰা তলৰ কৰ্মচাৰীজনলৈ আৰু কৰ্মচাৰীজনৰ পৰা মন্ত্ৰীলৈ ইমানবাৰ অহা-যোৱা কৰাৰ কাৰণ গৌতমে আজিও বুজিব নোৱাৰিলে। চাৰি মাহ আগেয়ে এই অৰ্ডাৰটো গৌতমক দিয়াৰ সিদ্ধান্ত কলেজীয়া বন্ধু মন্ত্ৰীগৰাকীয়ে লৈছিল। কিন্তু মন্ত্ৰীয়ে দিওঁ বুলিলেইতো নহব, চৰকাৰী মোহৰ থকা অৰ্ডাৰৰ কাগজখন হাতত নপৰালৈকে সকলো মিছা। সেইখনৰ কাৰণে গৌতমে কম টাকুৰি ঘূৰাদি ঘূৰিলে নে?

গৌতমে স্বাস্থ্য বিভাগৰ সা-সৰঞ্জাম যোগানৰ কাম সৰু-সুৰাকৈ আৰম্ভ কৰি এতিয়া দুই এটা ডাঙৰ অৰ্ডাৰ পাবলৈ আৰম্ভ কৰিছে। আজিৰ এই অৰ্ডাৰটো এতিয়ালৈকে পোৱা আটাইতকৈ ডাঙৰ অৰ্ডাৰ। চৰকাৰী মহলত এবাৰ প্ৰৱেশ কৰিব পৰিলে আগুৱাই যোৱাৰ সুৰুঙাটো গৌতমে বিচাৰি পাব। সেইখিনি বিশ্বাস নিজৰ ওপৰত আছে।

বৰাপানীৰ ওচৰ পাই গৌতমে মটৰ চাইকেলখনৰ গতিবেগ অলপ কমাই দিলে। চেপ্টেম্বৰ মাহৰ চিলঙৰ বতৰ, বতাহৰ কোবত গৌতমে অলপ জাৰ জাৰ অনুভৱ কৰিছিল। বৰাপানীৰ অকোৱা-পকোৱা বাস্তাটোত বেগেৰে মটৰ চাইকেল চলোৱাৰ বিপদো আছে। মটৰ চাইকেলখন তেওঁৰ বহুদিনৰ নিৰ্ভৰযোগ্য সঙ্গী। এইখনেৰেই অসমৰ ইমূৰৰ পৰা সিমূৰলৈ, চিলঙলৈ তেওঁ অহা যোৱা কৰে।

ৰবাপানীৰ অকোৰা-পকোৰা ৰাস্তাখিনি পাৰ হোৱাৰ পিচত গৌতমে চাইকেলখনৰ গতিবেগ আকৌ বঢ়াই দিলে। অলপ আগৰ ঠাণ্ডা ভাবটো এতিয়া নাইকীয়া হ'ব ধৰিছে, গৌতমৰ অলপ টোপনিৰ ভাবো আহিছে। টোপনিৰ ভাব নহ'বই কিয়—যোৱা কেইদিন কম ঘূৰাঘূৰি হৈছে নে। আজিও চলপুৱাতে গুৱাহাটী এৰিছে। গোটেই দিনটো অকণমানো অৱসৰ পোৱা নাই।

গৌতমক চেৰাই এখন গাড়ী বেগেৰে পাৰ হৈ গ'ল। তেওঁ তেতিয়াহে অনুভৱ কৰিলে আজি বাটত গাড়ীৰ সংখ্যা বৰ কম। আন্দোলনৰ কাৰণে মানুহে আজিকালি গুৱাহাটী দিনৰ পোহৰতে পাৰলৈ বিচাৰে। গুৱা-হাটীতো ৰাতি মানুহ বৰ কমেই বাহিৰলৈ ওলায়। গৌতমে সোনকালে চিলঙ এৰিব পাৰিলে ভাল পালেহেঁতেন। কিন্তু অৰ্ডাৰটো হাতত পৰোতে পৰোতে প্ৰায় পাঁচ বাজিল। অৰ্ডাৰটো পোৱাৰ পিচত অফিচৰ কেৰাণী আৰু টাইপিষ্টজনক ড্ৰিংক্‌চ্‌ৰ বাবে অনুৰোধ নকৰাটো অসৌজন্যসূচক হ'ব বুলি ভাবিলে। নিজৰ স্বাৰ্থৰ খাতিৰতো অৱশ্যে গৌতমে তেওঁলোকক ড্ৰিংক্‌চ্‌ৰ টেবুললৈ নিব বিচাৰে। এবাৰ মদৰ টেবুলত আপোন হৈ লব পাৰিলে কাম আদায় কৰাতো সহজ হৈ পৰে। গৌতমেও যে দুপেগ খোৱা নাই এনে নহয়। কিন্তু এপেগ দুপেগে গৌতমক একো কৰিব নোৱাৰে।

পিচপিনৰ পৰা অহা হেডলাইটৰ পোহৰত গৌতমে গম পালে এখন গাড়ী বৰ বেগাই পিচৰ পৰা আহি আছে। গৌতম ৰাস্তাৰ নিজৰ দাঁতিতে আছে। তথাপি আৰু দাঁতিলৈ মটৰ চাইকেলখন লৈ গ'ল—গতিবেগো কমালে। তীব্ৰবেগে গাড়ীখনে প্ৰায় তেওঁক চুই কাষেদি পাৰ হ'ল। মটৰ চাইকেলখন ৰাস্তাৰ দাঁতিলৈ নানিলে বিপদেই আছিল। এক মুহূৰ্তৰ কাৰণে গাড়ীখনৰ আৰোহী দুজনক গৌতমে দেখিলে। গাড়ীখন এগৰাকী গাভৰুৱে চলাইছে। ডেকাজন গাভৰু গৰাকীৰ গাত আউজি থকা যেন লাগিল। ক'ত বাৰু গাড়ীখন আৰু আৰোহী দুজনক দেখিছিল—গৌতমে মনত পেলাবর যত্ন কৰিলে। এৰা, গৌতমহঁতে ড্ৰিংক কৰা হোটেল-খনতে দেখোন গাড়ীখন আছিল। ওচৰৰ টেবুলতে ড্ৰিংক্‌চ্ লৈ থকা

কম বয়সীয়া ডেকা আৰু গাভৰু গৰাকীলৈও মনত পৰিল। পাৰ্ হৈ যোৱা গাড়ীখন নিশ্চয় সেইখনেই হব। গাড়ীখনে গৌতমৰ পুৰণা মটৰ-চাই-কেলখনক যেন উপলুঙা কৰিছে গ'ল। এই শীত শীত লগা সন্ধিয়াত অকলশৰীয়া গৌতমে ডেকা-গাভৰুহালৰ একেলগে থকাটোও যেন সহ্য কৰিব নোৱাৰিলে। তেওঁৰ বৰ খং উঠিল। ঠিক কৰিলে এইবাৰ অৰ্ডাৰৰ টকাটো হাতত পৰিলে এখন চেকেণ্ড হেণ্ড গাড়ী কিনিব। লগৰ কেবাজনো বন্ধুৱেতো ইতিমধ্যে গাড়ী কিনিলেই।

সমুখৰ ৰাস্তাটোত সম্পূৰ্ণভাবে মনোনিৱেশ কৰিবলৈ চেষ্টা কৰিও গৌতমে খঙ দমাব নোৱাৰিলে। কোনোবাই তেওঁক পিচ পেলাই আগুৱাই যাব সেইটো গৌতমে কোনোদিনেই সহ্য কৰিব নোৱাৰে। তেওঁ মটৰ চাই-কেলখনৰ গতি বেগ বঢ়াই দিলে। কিন্তু ফিয়েটখন ইতিমধ্যে বহু আগুৱাই গৈছে। গৌতমে বুজিলে ফিয়েটখনক লগ ধৰাটো অসম্ভৱ। লগে লগে তেওঁ মটৰ চাইকেলখনৰ স্পিড্ কমাই আনিলে। বুক পকেটত হাত দি এবাৰ অৰ্ডাৰৰ কাগজখন ঠিকে আছে নে নাই চাই ললে। কাগজখনত হাত লগাৰ লগে লগে মনটো ভাল লাগিল।

গৌতম নংপো পালেহি। নংপোৰ প্ৰায়বোৰ দোকান-পোহাৰ বন্ধ হৈছে। গুৱাহাটীৰ পিনৰ পৰা অহা ট্ৰাক দুখন বৈ আছে। তেওঁ চাহ খোৱা ইচ্ছাৰে সদায়ে খোৱা দোকানখনৰ আগতে মটৰ চাইকেলখন ৰখালে, কিন্তু দোকানত ভৰি দিয়াৰ আগতে বৈ গ'ল। ভিতৰত ডেকা-গাভৰু হালে অন্তৰঙ্গ ভাবে চাহ খাই আছে। গৌতমৰ ভেতিয়াহে অলপ দূৰত থকা ফিয়েটখনত চকু পৰিল। তেওঁৰ মন খং আৰু বিৰক্তিত ভৰি পৰিল। সিহঁত দুয়োয়ে আকৌ নতুন গাড়ীখনেৰে পুৰণি মটৰ-চাইকেলখনক পিচ পেলাই যাব সেই কথা ভাবি চাহ খোৱাৰ ইচ্ছাটো বাদ দিলে। ডেকা-গাভৰুহালে চাহ খাই উঠাৰ আগেয়ে গৌতমে বহুদূৰ আগুৱাই যোৱাৰ সংকল্প ললে।

কিন্তু অলপ দূৰ বেগাই আহিলেও পিচৰ ভোৰবত গৌতমে মটৰ-চাই-কেলখনৰ গতিবেগ কমাবলৈ বাধ্য হ'ল। চিলঙ-গুৱাহাটী ৰাজপথৰ সকলো-তকৈ অকোৱা-পকোৱা ঠাই এইখিনি। ৰাস্তাৰ ভাজবোৰ সাৱধানতাৰে

অতিক্ৰম নকৰিলে বিপদ আছে। গৌতমে কিমান বাৰ যে চিলঙলৈ অহা-যোৱা কৰিছে তাৰ হিচাপ নাই। সদায় আগে পিচে দুই এখন গাড়ী লগ পায়। কেতিয়াবা মটৰ-চাইকেলৰ সঙ্গী দুই একজনকো পোৱা যায়। আজিৰ অকলশৰীয়া পৰিবেশটোত গৌতমে বৰ অস্বস্তি অনুভৱ কৰিলে। এইয়া যেন এক বিপদৰ আগজাননীহে।

গৌতমৰ বহু দূৰৰ পৰা অহা গাড়ীৰ শব্দ কাণত পৰিল। অকোৱা পকোৱা ৰাস্তাত পিচফালে উভটি চোৱা সম্ভৱ নহল। অলপ পিচতে তীব্ৰ বেগেৰে ফিয়েটখন তেওঁৰ কাষেৰে পাৰ হৈ গ'ল। গাড়ীখন গাভৰু গৰাকীয়েই চলাইছে। ডেকাজনে গৌতমক হাত বাউলি দি গ'ল। গৌতমে কথাটো সহ্য কৰিব নোৱাৰিলে। খণ্ডতে তেওঁ মটৰ-চাইবেলখনৰ বেগ বঢ়াই দিলে। এক জোকাৰণিৰে সৈতে মটৰ-চাইকেলখন আগুৱাই গৈ ফিয়েটখনৰ ওচৰ চাপিলগৈ। হৰ্ণ দিয়া স্বত্বেও গাড়ীখনে কিন্তু মটৰ চাইকেলখনক কাষ নিদিলে। গৌতমৰ তেতিয়া জেদ্ চাপিছে। ডেকা-গাভৰুহালৰ উদ্ধতালি তেওঁৰ সহ্য নহ'ল। সুৰুঙা উলিয়াই এইবাৰ প্ৰচণ্ড বেগেৰে তেওঁ ফিয়েটখনক চেৰাই গ'ল। কিন্তু অলপ পিচতে তেওঁ অনুভৱ কৰিলে অকোৱা পকোৱা ৰাস্তাত এই বলিয়ালিখন কৰাটো ঠিক হোৱা নাই। পুৰণা মটৰ-চাইকেল এখনেৰে নতুন ফিয়েট গাড়ী এখনৰ লগত খেল খেলাটো মূৰ্খামিৰ বাহিৰে একো নহয়। মটৰ-চাইকেলখন লাহে লাহে চলাই সমুখৰ হেয়াৰ-পিন বেণ্ডটো যোগাযোগ কৰাত তেওঁ মনোনিবেশ কৰিলে।

গৌতমে হঠাত অনুভৱ কৰিলে ফিয়েটখন পিচফালে তেওঁৰ নিচেই কাষ চাপিছে। নিজকে বচাবলৈ তেওঁ মটৰ-চাইকেলখন যিমান পাৰে দাঁতিলৈ লৈ গ'ল। কিন্তু তথাপিও দুৰ্ঘটনাটোৰ হাত সাৰিব নোৱাৰিলে। তীব্ৰ-বেগে অহা ফিয়েটখনৰ সমুখৰ বাম্পাৰডালৰ খুন্দাত গৌতমে মটৰ-চাইকেলখনেৰে সৈতে শূন্যাত উপলি পৰা যেন অনুভৱ কৰিলে। তেওঁৰ হাতৰ পৰা মটৰ-চাইকেলখন শব্দ কৰি কৰি তললৈ বাগৰি পৰিল। তাৰ পিচত কিছুসময় গৌতমে একো কব নোৱাৰে।

লাহে লাহে চেতনা ঘূৰি অহাত গৌতমে দেখিলে তেওঁ ওপৰলৈ মুখ

কৰি পৰি আছে। গছৰ পাতবোৰৰ মাজেৰে মুকলি আকাশখন আৰু পূৰ্ণিমাৰ জোনটো তেওঁৰ চকুত পৰিল। এনে লাগিল যেন জোনটো তেওঁৰ একেবাৰে ওচৰত। গৌতমে উঠিব গৈ অসহ্য যন্ত্ৰণাত চিঞৰি উঠিল। শৰীৰটো অকণো লৰাব নোৱাৰিলে। ভৰি দুখন আৰু সোঁহাতখন সম্পূৰ্ণ অক্ষম। গৌতমে বুজিলে তেওঁ বেয়াকৈ আঘাত পাইছে—খুব বেয়াকৈ। কেবাঠাইতো নিশ্চয় হাড় ভাঙিছে। বুকুৰ ভিতৰৰ কোনো এক গভীৰ ঠাইত তীব্ৰ বিষ অনুভৱ কৰিলে। গৌতম সেই ঠাইতে অলৰ অচৰ হৈ পৰি ৰ'ল। তেওঁৰ অলপ আগৰ ঘটনাবোৰ, দুৰ্ঘটনাৰ দৃশ্যটো মনলৈ আহিল। দুৰ্ঘটনাটোৰ কাৰণে ফিয়েটখনেই সম্পূৰ্ণ দায়ী। তেওঁতো ৰাস্তাৰ একেবাৰে দাঁতিলৈয়ে আহিছিল। গাড়ীখনে নিজৰ ফালেদি যোৱা হলে দুৰ্ঘটনাটো নঘটিলহেঁতেন। ডেকা-গাভৰু হালৰ ওপৰত উঠা তেওঁৰ প্ৰচণ্ড খঙৰ কথা মনত পৰিল। তেওঁৰ মনত এতিয়া অৱশ্যে কোনো খং বা বিৰক্তিৰ ভাৱ নাই। গৌতমে অনুভৱ কৰিলে যেন মৃত্যুৱে তেওঁক লাহে লাহে আকোৱালি লব ধৰিছে। জীৱন-মৃত্যুৰ শেষ মুহূৰ্ত্তত মানুহে নিশ্চয় দৈনন্দিন জীৱনৰ অনুভূতিবোৰৰ ওপৰলৈ উঠে। তীব্ৰ যন্ত্ৰণাৰ মাজতো সেই কাৰণেই বোধকৰো তেওঁৰ অন্তৰত এক প্ৰশান্তিৰ ভাৱে ঠাই লৈছে।

এনেতে ডেকা-গাভৰু হালৰ মাত গৌতমৰ কাণত পৰিল। গৌতমৰ ভাৱ হ'ল মটৰ-চাইকেলখনৰ লগত খুন্দা খাই গাড়ীখন নিশ্চয় অচল হৈ পৰিছে। পিচমুহূৰ্ত্ততে ভাবিলে নাই গাড়ীখন বেয়া নহ'বও পাৰে। তেওঁক সহায় কৰিবৰ কাৰণেই দুয়ো বিচাৰি আহিব পাৰে। সেইটোৱেতো স্বাভাৱিক।

"মানুহজন নিশ্চয় তললৈ বাগৰি গৈছে।" ডেকাজনে গাভৰুগৰাকীক উদ্দেশ্য কৰি কোৱা কথাষাৰ গৌতমে শুনিলে। তেওঁৰ ইচ্ছা হ'ল চিঞৰি দুয়োকে ওচৰলৈ মাতে। ডেকা-গাভৰু হালে নিশ্চয় তেওঁক সহায় কৰিব। কিন্তু কিয় জানো লগে লগে এক বুজাব নোৱাৰা ভয়ৰ ভাৱে গৌতমক আগুৰি ধৰিলে। সিহঁতে সহায় কৰিব জানো! তেওঁৰ ভাৱ হ'ল সিহঁত দুয়ো যেন বৰ স্বাৰ্থপৰ। ডেকা-গাভৰু হাললৈ গৌতমৰ ভয় লাগিল। ভয় লগাৰ হয়তো কোনো যুক্তি নাই। কিন্তু—

"মানুহজন ইমান তললৈ পৰি গৈছে যেতিয়া নিশ্চয় বাচি থাকিব নোৱাৰে। তেওঁক আৰু বিচাৰি কি হ'ব। তাতোকৈ ইয়াৰ পৰা সোনকালে যোৱাটোৱে ভাল হ'ব" গাড়ীচালকগৰাকীৰ কথাকেইষাৰে গৌতমৰ অনুমান যে ভুল হোৱা নাই তাৰ প্ৰমাণ দিলে। ডেকাজন কিন্তু গাড়ীচালকগৰাকীৰ কথাত মান্তি নহ'ল।

"ৰবা। মানুহজনক এনেকৈ এৰি গ'লে বিপদ বেছিহে হ'ব। আমাৰ গাড়ীখনৰ বাম্পাৰডাল বেয়াকৈ ভাঙিছে। পুলিচে দুৰ্ঘটনাৰ অনুসন্ধান কৰিবই আৰু আমাৰ গাড়ীখন দুৰ্ঘটনাত জড়িত থকা কথাটোও প্ৰকাশ পাবই। মানুহজনৰ কি হৈছে নোচোৱাকৈ ইয়াৰ পৰা পলাই গলে পিচলৈ বহু প্ৰশ্নৰ সমুখীন হ'ব লাগিব।

"তেতিয়া হলে কৰিবা কি?" গাড়ীচালকগৰাকীয়ে সুধিলে। "গাড়ীত এটা টৰ্চ আছে নহয়। ব'লা লৈ আহোগৈ। তললৈ নামি গৈ বিচাৰি চাওঁ। মানুহজন নিশ্চয় বেছি দূৰত পৰা নাই।"

দুয়ো নিশ্চয় টৰ্চটো আনিবলৈ গ'ল। অলপ সময় কোনো শব্দ নাই। নিস্তব্ধতা আৰু নিঃসঙ্গতাৰ ভয় আৰু অসহ্য বিষত গৌতমৰ গাটো জিকাৰ খাই উঠিল। তেওঁৰ মুখ, সোঁহাত, দুয়োখন ভৰি আৰু বুকুৰ ভিতৰত বুজাব নোৱাৰা ঠাইত অসহ্য যন্ত্ৰণা। এনেতে খোজৰ শব্দ গৌতমৰ কাণত পৰিল। দুই এটা সৰু শিল বাগৰি তেওঁৰ গাৰ কাষেৰে পাৰ হৈ গ'ল। সিহঁত দুয়ো নিশ্চয় তেওঁক বিচাৰি আহিছে। গৌতমে চিঞৰি তেওঁ পৰি থকা ঠাইডোখৰৰ সঙ্কেত দিব পাৰিলেহেঁতেন। কিন্তু তেওঁ মনে মনে সিহঁত অহালৈ অপেক্ষা কৰি থাকিল।

হঠাৎ চকুত পোহৰ পৰাত গৌতমৰ চকু দুটা মুদ খাই গ'ল। মুখখন ঘূৰাবলৈ যত্ন কৰিলে। কিন্তু সমগ্ৰ শৰীৰ যেন তেওঁৰ অসাৰ হৈ গৈছে। গৌতমে ডেকা-গাভৰু হালৰ পিনে চাই ৰ'ল।

গাড়ীচালকগৰাকীয়ে প্ৰথমে মাত লগালে। "মানুহজন বাচি আছে। উঃ ৰক্ষা।"

ডেকাজনে এইবাৰ হাউলী গৌতমে ক'ত আঘাত পাইছে চাবলৈ চেষ্টা কৰিলে। চকুৰ পৰা টৰ্চৰ পোহৰ আঁতৰ হোৱাত গৌতমে সকাহ পোৱা

যেন পালে। প্ৰথমবাবৰ কাৰণে তেওঁ ছুয়োকে ওচৰৰ পৰা ভালকৈ লক্ষ্য কৰিলে। ছুয়োজন কমবয়সীয়া। হয়তো অলপতে বিয়া হৈছে। বিয়া নহবও পাৰে। আজি-কালিৰ ডেকা-গাভৰু। কব নোৱাৰি। গাভৰু-গৰাকীৰ কথাত ভয়ৰ ভাব আছে, কিন্তু কোনো সহানুভূতিৰ চিন নাই।

ডেকাজনে এইবাৰ গৌতমৰ কাষলৈ চাপৰি সুধিলে, "তোমাৰ ক'ত ক'ত লাগিছে বাৰু?"

"গোটেই শৰীৰতে। বুকুৰ ভিতৰতো বৰ বেয়াকৈ আঘাত পাইছো। মই আৰু বচাৰ কোনো আশা নাই।" কথাষাৰ কৈয়েই গৌতমে অনুভৱ কৰিলে তেওঁ যেন বৰ ভুল কৰিলে।

গাভৰুগৰাকী এইবাৰ ভয়ত চিঞৰি উঠিল—"মানুহজন হেনো আৰু নাবাচে। আমি এতিয়া কি কৰিম। আমি ইয়াৰ পৰা গুচি যাওঁ বলা।

"গুচি যাওঁ বুলি গলেইটো নহ'ব। আমি পুলিচক খবৰ দিয়াটো উচিত হ'ব। নহলে পিচত পুলিচে আমাক জগৰীয়া কৰিব পাৰে। আমি ইয়াতে অপেক্ষা কৰিব লাগিব। গুৱাহাটীলৈ হওক বা চিলঙলৈ হওক এইকালেৰে অলপ সময়ৰ ভিতৰত গাড়ী যাবই। সেই গাড়ীতে আমি খবৰ পঠিয়াব পাৰিম।" ডেকা-গাভৰু হালৰ কথাৰ ধৰণৰ পৰা এনে লাগিল যেন সিহঁতে গৌতমৰ উপস্থিতি ইতিমধ্যে পাহৰিয়ে গৈছে নতুবা মৰা বুলিয়ে ধৰি লৈছে।

"পুলিচক খবৰ দিয়াৰ কথাটো কৈছা। কিন্তু পুলিচে আমাক একো নকৰেতো?" গাভৰুগৰাকীয়ে ভয়ত বিহ্বল হৈ ক'লে।

"পুলিচে আমাক কি কৰিব পাৰে।" ছুৰ্ঘটনাটো ঘটেই। মাথো পুলিচক পতিয়ন নিয়াব লাগিব মানুহজনৰ ভুলতে ঘটনাটো ঘটিছে। তুমি গাড়ী চলোৱা বুলি কিন্তু ঘূণাক্ষৰেও মুখিয়াবা। মনত ৰাখিবা গাড়ী মই চলাইছিলো।"

ডেকা-গাভৰু হালৰ ভুলতে ছুৰ্ঘটনাটো ঘটিব আৰু ছুয়ো গৌতমকে জগৰীয়া কৰিব সেইটো তেওঁৰ সহ্য নহ'ল। গাভৰুগৰাকীৰ নিশ্চয় গাড়ী চলোৱাৰ লাইচেন্স নাই নহলে ডেকাজনে গাড়ী চলোৱা বুলি মুখ পাতি লব কিয়?

"দুৰ্ঘটনাটো মোৰ দোষত হোৱা নাই। মোৰ ওপৰত দোষ জাপিবা কিয়?' গৌতমে অনুভৱ কৰিলে মৃত্যুৰ আগমুহূৰ্তত তেওঁ যে অপৰাধী নহয় সেইটো সাব্যস্ত কৰা উচিত।

"কিয়, তুমি প্ৰচণ্ড বেগেৰে আমাক পিচ পেলাই পাৰ হৈ যোৱা নাছিলা জানো?" ডেকাজনে নিজৰ সমৰ্থনত যুক্তি ডাঙি ধৰিবৰ চেষ্টা কৰিলে।

"মই পিছ পেলাই গৈছিলো সঁচা। সেইটো কোনো অপৰাধ হব নোৱাৰে। কিন্তু দুৰ্ঘটনা ঘটা সময়ত মটৰ-চাইকেলখন মোৰ সম্পূৰ্ণ নিয়ন্ত্ৰণত আছিল, আৰু মই মোৰ দাঁতিতে আছিলো। তাতোকৈ ডাঙৰ কথা গাড়ীখন তুমি চলোৱা নাই। এওঁ চলাইছিল। তোমাৰ গাড়ী চলোৱাৰ লাইচেন্স নিশ্চয় নাই।" গাভৰুগৰাকীলৈ লক্ষ্য কৰি গৌতমে ক'লে।

গাভৰুগৰাকীয়ে ভয়ত কঁপি উঠিছে গৌতমে অনুমান কৰিব পাৰিলে। ডেকাজনৰ হাতত ধৰি কঁপা কঁপা মাতেৰে তেওঁ কৈ উঠিল, "এতিয়া মোৰ কি হব বাৰু? মই এনেকৈ চিলঙলৈ আহিব খোজা নাছিলো। তুমিহে মোক এই বিপদত পেলালা। পুলিচে কথাবোৰ জানিলে কম সৰ্ব্বনাশ হবনে?"

এক বুজাব নোৱাৰা প্ৰচণ্ড খঙত গৌতমে শৰীৰৰ সকলো যন্ত্ৰনা পাহৰি গ'ল। ইহঁত দুয়োটাৰ ভুলতে তেওঁ মৰিব ওলাইছে। ডাক্তৰৰ সহায় পালে হয়তো বাচিবও পাৰে। কিন্তু তেওঁৰ প্ৰতি কোনোজনৰে লক্ষ্য নাই। দুয়োজন সম্পূৰ্ণ নিজক লৈয়ে ব্যস্ত। খঙতে তেওঁ চিঞৰি উঠিল।

"পুলিচে কি কৰিব অনুমান কৰিব পৰা নাই নেকি? তোমালোক দুয়ো জেললৈ যাব লাগিব। দুৰ্ঘটনাটোৰ কাৰণেও আৰু লাইচেন্স নোহোৱাকৈ গাড়ী চলোৱাৰ কাৰণেও। এনে ঘটনাৰ শাস্তিও বৰ কম নহয়।" কথাষাৰ কোৱাৰ লগে লগে এক অসহ্য বেদনাই গৌতমৰ শৰীৰ অৱশ কৰি পেলালে। গৌতমে বুজিলে মৃত্যুৱে তেওঁক ওচৰৰ পৰা হাতবাউল দি মাতিছে। তেওঁৰ আৰু বেছি সময় নাই।

গাভৰুজনীয়ে এইবাৰ চিঞৰি উঠিল—"এই মানুহজনে কোৱা কথা সঁচা

নেকি? মই জেললৈ যাব লাগিব নেকি? তুমি কি চাই আছা কিবা এটা কৰা।"

ডেকাজনৰ চকুৰে মুখে এইবাৰ এক নৈৰাশ্যজনক উন্মত্ততাৰ ভাব জাগি উঠিল। তেওঁ লাহে লাহে কলে, "এই মানুহজনে এইবোৰ কথা পুলিচক কলে আমাৰ দুয়োৰে বৰ বিপদ হব। এইবোৰ কথা যাতে কব নোৱাৰে তাৰ কাৰণে কিবা এটা কৰা প্ৰয়োজন।"

"কি কৰিবা, আমি কি কৰিব পাৰো। অলপ সময়ৰ ভিতৰতে নিশ্চয় এইফালেদি কোনোবা গাড়ী যাব। দুৰ্ঘটনা হোৱা গম পাই মানুহ তললৈ নামি আহিব। তেতিয়া সকলো কথা প্ৰকাশ পাব।"

"ৰবা ইমান হতাশ হব নালাগে। চাওঁ এইফালে আহা।" ডেকাজনে এইবাৰ গাভৰুগৰাকীক অলপ দূৰলৈ আঁতৰাই লৈ গ'ল।

"কোৱা কি ভাবিছা?' অলপ দূৰত কথা পাতিলেও গাভৰুগৰাকীৰ মাত গৌতমৰ কাণলৈ আহিল।

"মানুহজন বাচি থাকিলে পুলিচক এইবোৰ কথা কবই আৰু তেতিয়া আমাৰ দুয়োৰে ৰক্ষা নাই। কিন্তু মানুহজনৰ মৃত্যু হলে তেওঁৰ দোষতে দুৰ্ঘটনাটো হোৱা বুলি চলাই দিব পাৰিম। তুমি গাড়ী চলোৱা কথা-টোও কোনেও গম নাপাব।"

"কিন্তু মানুহজন মৰিব বুলি ভাবিছা কিয়? মইতো মৰাৰ কোনো লক্ষণ দেখা নাই। আমাৰ লগত কেনেকৈ কথা পাতিছে দেখা নাই।"

"মানুহজন এনেয়ে হয়তো সোনকালে নমৰে। কিছু সময় বাচি থকা-টোৱে সম্ভৱ। কিন্তু মৃত্যু ঘটোৱাতো বৰ ডাঙৰ কথা নহয়।"

গাভৰুগৰাকীয়ে ডেকাজনে কি কব বিচাৰিছে প্ৰথমে একো উপলব্ধি কৰিব নোৱাৰিলে। কিন্তু অলপ পিচত ডেকাজনৰ উদ্দেশ্যটো বুজিব পাৰি তেওঁ ভয়ত চিঞৰি উঠিল, "তুমি মানুহজনক মাৰি পেলোৱাৰ কথা ভাবিছা নেকি? তুমি বলিয়া হোৱা নাইতো?

"ডেকাজনৰ মাতত এইবাৰ এক দৃঢ়সংকল্পৰ আভাষ।" মই বলিয়া হোৱা নাই। ঠিক কথাকেই কৈছো। অলপ আগেতেই হওক বা পিচতেই হওক মানুহজন মৰিবই। সোনকালে মৰিলে আমি বাচিম। নহলে দুয়ো

জেললৈ যাব লাগিব। মানুহজনে মূৰত বেয়াকৈ আঘাত পাইছে দেখা নাই জানো। আঘাতটো আৰু অলপ গুৰুতৰ কৰিলেই হ'ল। দুৰ্ঘটনাত ছিটিকি পৰি আঘাত পাই মৃত্যু হোৱা বুলি সকলোৱে ধৰি লব। তুমি চিন্তা কৰিব নালাগে। মই স্যাছো নহয়।"

গাভৰুগৰাকীয়ে কিবা কলে, কিন্তু গছৰ ডাল-পাতৰ শব্দত কি কলে গৌতমে ধৰিব নোৱাৰিলে, তেওঁ অনুমান কৰিব পাৰিলে ডেকাজনে গাভৰুগৰাকীক মাতিলে। "চাওঁ, এইফালে আহা, এইটো উঠোৱাত মোক অলপ সহায় কৰা।"

ডেকা-গাভৰু হালৰ ভৰিৰ শব্দ লাহে লাহে ওচৰ চাপি আহিছে। জোনৰ পোহৰত গৌতমে দেখিছে দুয়ো বেকা হৈ অতি কষ্টেৰে কিবা এটা বস্তু কঢ়িয়াই লৈ আহিছে। কঢ়িয়াই লৈ অহা বস্তুটো যে বৰ গধুৰ সেইটো সহজে অনুমান কৰিব পাৰি। সিহঁত দুয়ো লাহে লাহে আহি গৌতমৰ মূৰৰ ওচৰত থিয় হ'লহি।

গৌতমে এবাৰ চিঞৰিবৰ চেষ্টা কৰিলে। কিন্তু তেওঁৰ সমগ্ৰ মুখ-মণ্ডল যেন অসাৰ হৈ গৈছে। ডিঙিৰ পৰা মাত নোলাল। দুয়ো গধুৰ বস্তুটো যেন বহু সময় গৌতমৰ মূৰৰ ওপৰত ধৰি আছে তেওঁৰ তেনে ভাব হ'ল।

জীৱনৰ শেষ মুহূৰ্তকেইটাত গৌতমৰ সমগ্ৰ শৰীৰত এক গভীৰ প্ৰশান্তিৰ ভাব খেলাই প'ল। মৃত্যুৱেতো তেওঁক ইতিমধ্যে হাতবাউল দি মাতি-ছিলেই। ভাবিলে বহু সময় কষ্ট খাই মৰাতকৈ এয়েই ভাল। কিন্তু স্বাৰ্থপৰ ডেকা-গাভৰু হালক গৌতমে ক্ষমা কৰিব নোৱাৰিলে। গধুৰ বস্তুটো মূৰত পৰাৰ আগে আগে তেওঁ ভগবানক প্ৰাৰ্থনা কৰিলে—এক আচৰিত প্ৰাৰ্থনা—দুৰ্ঘটনাটোৰ তদন্তৰ দায়িত্ব যেন কোনো বুধিয়ক পুলিচ বিষয়াৰ ওপৰত পৰে—কোনো কৰ্মদক্ষ পুলিচ বিষয়াৰ ওপৰত।

চিলঙৰ ফিলিপ্‌চ্‌ লিংডোৰ এজন কৰ্মদক্ষ আৰু বুধিয়ক পুলিচ বিষয়া বুলি নাম আছে। ব্যক্তিয়ে দুৰ্ঘনাটোৰ খবৰ পাই ঠাই ডোখৰ পায়হি মানে পূৱত পুকযে ভুমুকি মাৰিছে। ডেকাজনে লিংডোক দুৰ্ঘটনাটোৰ সকলো বিৱৰি কলে। মটৰ চাইকেল আৰোহীজনে তীব্ৰ বেগে তেওঁলোকক

পাৰ হৈ যাবলৈ চেষ্টা কৰোতে কেনেকৈ উকৰি পৰিল তাকো কলে। নিজে সাৱধানেৰে গাড়ী চলোৱাৰ কথাও কলে। কিন্তু ডেকাজনীৰ কথাত যেন কৰবাত কিবা বিসঙ্গতি আছে ফিলিপ্‌চ্‌ৰ তেনে লাগিল। তেওঁ ঠাইখিনি তন্ন-তন্নকৈ পৰীক্ষা কৰিলে।

দুৰ্ঘটনাৰ ঠাইখিনিয়ে ফিলিপ্‌চ্‌ক আশা কৰাতকৈও বেচি কথাকে ক'লে। গৌতমৰ মৃত্যু ঘটোৱা গধুৰ শিলটোৰ তেজৰ চেকুৰাতো তেওঁৰ চকু পৰিল। তেওঁ পাহাৰ বগাই আহি ডেকা-গাভৰু হালৰ কাষ পালেহি। তেওঁৰ চকুৰ কঠোৰ চাৱনিত সিহঁত দুয়ো বুজিলে কৰবাত কিবা এটা ভুল হৈ গ'ল ডেকাজনে ভয়ে ভয়ে সুধিলে, 'কি দেখা পালে চাৰ?'

ফিলিপ্‌চে ডেকাজনৰ চকুলৈ পলক নপৰাকৈ চাই থাকিল। তেওঁ লাহে লাহে ক'লে—"বহুদিনৰ পৰা মাটিত পৰি থকা গধুৰ শিল এটাৰ দুটা ফাল থাকে। ওপৰৰ ফালটো বৰষুণৰ পানী পৰি আৰু ৰ'দৰ তাপত কোৰত নিকা হৈ থাকে। মাটিৰ তলত থকা অংশটোত কিন্তু শেলুৱৈ ধৰে, পোক পৰুৱাই আশ্ৰয় লয় আৰু ফলত ময়লা হয়। এতিয়া তোমালোক দুয়ো মোক অনুগ্ৰহ কৰি কৰা নে মটৰ চাইকেলখনৰ পৰা উকৰি পৰি মানুহজনৰ মূৰটোৱে কেনেকৈ শিলটোৰ তলৰ ময়লা অংশটোত খুন্দা খালেগৈ? কেনেকৈ ...?"

—x—

## টোপ

সম্পূর্ণ নির্লিপ্তভাবে মই এবাৰ তললৈ চালো। দুপৰীয়াৰ প্ৰখৰ ৰ'দত অলপ আগলৈকে প্ৰায় জনশূন্য হৈ থকা ৰাস্তাটো এতিয়া মানুহেৰে ভৰি পৰিছে। অকল সেয়ে নহয় শাৰী পাতি পকৰাৰ দৰে নতুন মানুহৰ লানি নিছিগা সোঁতে চুম্বকৰ আকৰ্ষণতহে যেন আগৰ মানুহবোৰৰ লগ লাগি জনসমাবেশটোক ক্ৰমান্বয়ে ডাঙৰ কৰি তুলিছে। মানুহৰ ভিৰত যান-বাহনৰ চলাচলো বন্ধ হৈ গৈছে। মটৰৰ হৰ্ণ, চাইকেল বিক্সাৰ টুং-টং শব্দই পৰিস্থিতি আৰু বিশৃঙ্খল কৰি তুলিছে। সকলোৰে চকু ওপৰৰ পিনে মোৰ ওপৰত নিবদ্ধ। ২৬ তলাৰ উচ্চতাৰ পৰা গাড়ীবোৰ পুতলা গাড়ী যেনহে দেখা পাইছো। মানুহবোৰ ভালকৈ মনিব নোৱাৰি। ইমান ওপৰত কোলাহলৰ শব্দও যথেষ্ট ক্ষীন ভাবে শুনা গৈছে। তথাপিও তলত যে এক বিপুল উত্তেজনা গঢ়ি উঠিছে সেইটো মই সহজে অনুমান কৰিব পাৰিছো।

এই উত্তেজনাই মোক কিন্তু অকণো চুব পৰা নাই। মোৰ সোঁহাতৰ কিছু দূৰত থকা খিড়িকীখনেৰে মূৰ উলিয়াই এজনৰ পিছত এজনে মোৰ লগত কথা পাতিবৰ যত্ন কৰিছে। মই যি কামটো কৰিব ওলাইছো তাৰ যে কোনো অৰ্থ নাই সেই সম্পৰ্কে মোক পতিয়ন নিয়াবৰ যত্ন কৰিছে। সকলোৱে অৱশ্যে অতি সাৱধানতাৰে মোৰ লগত কথা পাতিছে। মই খং কৰি কিবা এটা কৰিব লাগিলে হিতে যে বিপৰীত হব।

মই এবাৰ ভাবিবলৈ যত্ন কৰিলো—২৬ তলাৰ ওপৰৰ খিড়িকীৰ বাহিৰৰ এই ঠেক ঠাইখিনিত থিয় হবৰ মোৰ কিমান সময় হ'ল বাৰু? নিশ্চয় আধা ঘণ্টামান হব। কেইজন মানুহে বাৰু মোৰ লগত কথা পাতিবলৈ যত্ন কৰি উভতি গ'ল? প্ৰথমেই যিজন আহিছিল সেইজন যে এই অফিচৰ

পিয়ন সেইটো পোছাকযোবৰ পৰা সহজে ধৰিব পাৰি। পিয়নজনে আহিয়ে বৰ হুটাকৈ মোক কলে, 'তুমি তাত খিয় হৈ কি বলিয়ালিখন কৰিবলৈ ওলাইছা?' মানুহজনৰ কথাৰ শ্ৰৱণত সঁচাকৈয়ে মোৰ খং উঠিছিল। কঠোৰ ভাবে মইয়ো উত্তৰ দিছিলো— "২৬ তলাৰ ওপৰত দেৱালৰ বাহিৰৰ এই ডেডকুটৰ অকণমান ঠাইখিনিত মানুহ কিয় খিয় হয় সেইটো বুজাৰ বুদ্ধিখিনিও তোৰ নাই নেকি? মই ইয়াৰ পৰা জাপ মাৰি মৰিম বুলি খিয় হৈছো বুৰ্ব্বক।" কথাষাৰ কৈয়ে মই মানুহজনৰ পৰা চকু ঘূৰাই তললৈ চাইছিলো। দুপৰীয়াৰ প্ৰখৰ ৰ'দত দুই একজন বাটৰুৱাৰ বাহিৰে তেতিয়া ৰাজপথ প্ৰায় শূন্য। বৰ বেগাই দুখনমান গাড়ী অহাযোৱা কৰি আছিল। মোক কোনেও নিশ্চয় লক্ষ্য কৰা নাছিল। নহলে মানুহৰ ভিৰ এটা নিশ্চয় হলহেঁতেন। ৰাজপথটোৰ একোণত থকা ফায়াৰ ব্ৰিগেডৰ কাৰ্য্যালয়টোতো কোনো চাঞ্চল্যৰ সৃষ্টি হোৱা চকুত পৰা নাছিল।

মোৰ কথাত উচপ্ খাই পিয়নজন খিড়িকীখনৰ পৰা আঁতৰ হল। অলপ সময়ৰ পিছতে তেওঁ আন একজন মানুহক লগত লৈ খিড়িকীখনেৰে ভুমুকি মাৰিলে। এইজনকো চিনিবৰ কাৰণে মোৰ কোনো অসুবিধা নহল। এই কেবামহলীয়া অট্টালিকাটোৰ লিফ্‌ট এখনৰ চালক এইজন। এওঁৰ লিফ্‌টটোৰে মই ২৬ তলালৈ উঠি আহিছিলো। লিফ্‌ট চলোৱা মানুহজনে খিড়িকীৰে মুখ উলিয়াই কলে,—"তুমি বোলে জপিয়াই তললৈ নামিব খুজিছা। তাতোকৈ সহজ উপায় এটা দিওঁ শুনা। ব'লা মই তোমাক লিফ্‌টত তললৈ নমাই লৈ যাওঁ।" কথাখিনি কৈয়ে মানুহজনে যেন বৰ বসাল কথা এটাহে কলে তেনে ভাব দেখুৱাই আত্মপ্ৰসাদৰ হাঁহি এটা মাৰিলে।

মই লিফ্‌ট চালকজনৰ কথাৰ উত্তৰ দিয়াৰ কোনো প্ৰয়োজনবোধ নকৰিলো। মোৰ পৰা কোনো সহাৰি নাপাই পিয়নজন আৰু লিফ্‌ট চালকজন লাহে লাহে আঁতৰি গল।

অলপ পিছত দ্বিজন মানুহে খিড়িকীৰে মুখ উলিয়াই ভুমুকি মাৰিলে, সেইজন নিশ্চয় এই মহলাত থকা কোম্পানীটোৰ একজন ডাঙৰ অফিচাৰ হব। নিয়মকৈ দাড়ি খুৰোৱা মুখ, দেখাত ধুনীয়া, গাত লিপিট খাই

পৰা চাকাৰী চ্যুট। মোক দেখিয়ে তলতীয়া কৰ্ম্মচাৰীক আদেশ দিয়া ভঙ্গীত কলে, "ইয়াত থিয় হৈ কি বুৰ্ব্বকামীখন কৰিবলৈ ওলাইছা? দেখা নাই নে ইয়াৰ পৰা পৰিলে কোনো বাচিব নোৱাৰে?"

"সেই দেখিয়েতো মই এই ঠাইডোখৰ বাচি লৈছো।" অফিচাৰজনে আৰু কিবা কব খুজিছিল। কিন্তু মই তেওঁক কোনো কথা কবলৈ সুবিধা নিদি চিঞৰি উঠিলো, "তোমালোকে যদি মোক এনেকৈ আমনি কৰা তেনেহলে মই এতিয়াই জাপ মাৰিম।" লগে লগে মই জাপ মাৰিবলৈ যেন ওলাইছোৱেই তেনে ভঙ্গী কৰি উঠিলো। অফিচাৰজন ততাতৈয়াকৈ খিড়িকীখনৰ পৰা আঁতৰ হল।

এইবাৰ যিখন মুখে খিড়িকীৰে দেখা দিলে, সেইখন নিশ্চয় অফিচৰ বৰ চাহাবজনৰ হব। গাত দামী কাপোৰৰ চ্যুট। কিন্তু মগুহৰ ভৰত যেন কোটৰ বুটামকেইটা ছিঙিছে যাব। ঠুতৰীত মাংসৰ থাক। আহিয়ে গুৰু গম্ভীৰ ভাবে কলে, "কোন তুমি, নাম কি তোমাৰ, ইয়ালৈ কেনেকৈ আহিলা? তুমি এইয়া কি কৰিব ওলাইছা?"

"মোৰ নাম কি বা মই কোন, সেইটো আপোনাৰ জনাৰ প্ৰয়োজন নাই।" মই লাহে লাহে উত্তৰ দিলো। "আৰু ইয়াত আহি মই কিয় থিয় হৈছো সেইটো মই আগৰ কেইজনকটো কৈছোৱেই। মই ইয়াৰ পৰা জাপ মাৰি আত্মহত্যা কৰিব খুজিছো।"

"আত্মহত্যা কৰিব খুজিছা—বলিয়া হৈছা নেকি? তুমি কি বলিয়ালিখন কৰিব খুজিছা আকৌ এবাৰ ভাবি চোৱা।"

মই এইবাৰ খঙেৰে উত্তৰ দিলো—"সকলো ভাবি-চিন্তিয়ে মই এই সিদ্ধান্ত লৈছো। বিৰক্ত নকৰি গুচক ইয়াৰ পৰা।"

বৰ চাহাবৰ বোধকৰো এনে উত্তৰ শুনাৰ অভ্যাস নাই। মোৰ উত্তৰ শুনি ৰক্তচাপত ভুগা তেওঁৰ ৰঙা মুখখন আৰু ৰঙা পৰিল আৰু একো নোকোৱাকৈ খিড়িকীখনৰ পৰা তেওঁ আঁতৰ হ'ল।

মই আকৌ এবাৰ চাৰিওফালে চকু ফুৰালো। যি লেড্‌জডোখৰত মই থিয় হৈছো সেইখনৰ বহল ডেৰফুট মানৰ বেচি নহব। দীঘলে খিড়িকীৰ তলৰ পৰা গোনে গোনে দেৱালৰ মূৰলৈ আছে। মোৰ বাওঁহাতে

এডাল পানীৰ পাইপ। মই সেই পানীৰ পাইপডালত ধৰি আছো। পাইপডালত ধৰি নথকা হলে ইমান সময়ে মই হয়তো পৰিয়ে গলোহেঁতেন। ইমান ওপৰত মাত্র ডেডফুট বহল ঠাই এডোখৰত থিয় হৈ থকাটো জানো সহজ। প্রথমে খিড়িকীৰে বাহিৰলৈ ওলাই আহোতেতো মূৰটো প্রায় ঘূৰায়েই গৈছিল। এতিয়া অৱশ্যে ভয়ৰ ভাৱটো নাইকীয়া হৈ গৈছে নিৰাসক্ত নিস্পৃহ ভাৱ এটাই মোক আচ্ছন্ন কৰি তুলিছে। মৃত্যুৰ সন্মুখত থিয় হলে বোধকৰো সকলোৰে এনেকুৱা ভাৱ হয়। মোৰ সোঁহাতৰ প্রায় দুহাতমান দূৰত মই বাহিৰলৈ অহা খিড়িকীখন। খিৰিকীৰ পৰা কোনোবাই হাতমেলি দিলেও মোক লগ নাপায়। মইও অৱশ্যে হাতখন মেলি ধৰিলে কথাটো বেলেগ হব পাৰে। খিড়িকীৰে কোনেও মোক অতর্কিতে ধৰিব নোৱাৰে। ওপৰৰ পৰা ধৰা মাৰি ধৰাৰো কোনো বাট নাই। মোক যে কোনেও বাধা দিব নোৱাৰে সেই বিষয়ে মই নিশ্চিন্ত।

মোৰ চকু এইবাৰ তলৰ ৰাজপথটোলৈ গ'ল। অলপ আগলৈকে প্রায় জনশূণ্য হৈ থকা ৰাজপথত এতিয়া মানুহ জমা হ'বলৈ আৰম্ভ কৰিছে। সকলোৰে চকু ওপৰত—মোৰ পিনে নিবদ্ধ। ওচৰৰ ওখ ঘৰ কেইটাৰ খিড়িকী আৰু চাদত মানুহৰ ভিৰ। এখন খিড়িকীত টি, ভি, কেমেৰা এটাও লগোৱা যেন লাগিছে। মই কোনো দিনেও মানুহক আকর্ষণ কৰিব পৰা নাই। আজি সকলোৰে আকর্ষণৰ কাৰণ বুলি জানি নিজৰ মনতে অলপ গর্ব্বয়ে অনুভৱ কৰিলো।

ইয়াৰ পিছত যিজন মানুহে খিড়িকীৰে মুখ উলিয়ালে সেইজনৰ গাত পুলিচ বিষয়াৰ পোছাক। তেওঁ পোনে পোনে মোৰ পিনে চাই ক'লে, "আত্মহত্যাৰ চেষ্টা কৰাটো এটা অপৰাধ বুলি তুমি নাজানা নেকি? এনেকৈ লৰাধেমালি কৰাৰ কি অর্থ আছে? তোমাৰ যদি কিবা সমস্যা আছে সেই সম্পর্কে আমি আলোচনা কৰিব পাৰো, সমাধানৰ উপায় উলিয়াব পাৰো। তুমি ভিতৰলৈ আহা। আমি ধীৰে-সুস্থিৰে কথাবোৰ আলোচনা কৰো।"

মই এইবাৰ বিৰক্তিত চিঞৰি উঠিলো—"মোক যদি সঁচাকৈয়ে সহায় কৰিব খুজিছে ইয়াৰ পৰা আঁতৰি যাওক। আৰু বেচি বিৰক্ত কৰিলে

মই কিন্তু এতিয়াই জাপ মাৰিম। তেতিয়া মোৰ মৃত্যুৰ বাবে আপুনিয়ে দায়ী হ'ব ?"

পুলিচ বিষয়াজন চিন্তিত ভাৱে খিড়িকীৰ পৰা আঁতৰ হ'ল। কেইমিনিটমান মোক আৰু কোনেও বিৰক্ত কৰা নাই। খিড়িকীখনৰ ওচৰলৈও কোনো অহা নাই। মোক লৈ কি কৰিব পাৰি সেই সম্পৰ্কে নিশ্চয় ভিতৰত আলোচনা বহিছে। কিন্তু তেওঁলোকে কৰিব পাৰেইবা কি ? মই যি ঠাইত আছো তাত মোক কোনেও ধৰিবও নোৱাৰে। ইচ্ছা কৰা মুহূৰ্ত্ততে মই তললৈ জাপ মাৰিব পাৰো আৰু ২৬ তলাৰ ওপৰৰ পৰা জাপ মৰা মানুহ এজনক জাল পাতিও যে ৰাখিব নোৱাৰি সেইটো নিশ্চয় অভিজ্ঞ লোকসকলে জানে।

এইবাৰ যিজন ডেকামানুহে খিৰিকীৰে মুখ উলিয়ালে সেইজন মানুহকো মই চিনিব পাৰিলো। মানুহজনৰ গাত ফায়াৰ ব্ৰিগেডৰ কৰ্ম্মচাৰীৰ পোছাক। কেবাটাও দুৰ্ঘটনাৰ পৰা মানুহক ৰক্ষা কৰাত অভিজ্ঞ কাৰণে তেওঁৰ ফটো এবাৰ নে দুবাৰ কাগজ-পত্ৰই ওলাইছে। ফায়াৰ ব্ৰিগেডৰ পৰা যে কোনোবা আহিব সেইটো মই আগেয়ে অনুমান কৰিব পাৰিছিলো। ২৬ তলাৰ ওপৰৰ পৰা জপিয়াই আত্মহত্যা কৰিব খোজা মানুহ এজনক ৰক্ষা কৰাৰ কাৰণে ৰাজপথৰ কোণতে থকা ফাযাৰ ব্ৰিগেড়ৰ যে সহায় লোৱা হব সেইটো অনুমান কৰিবলৈ খুব প্ৰখৰ বুদ্ধিৰ প্ৰয়োজন নহয়।

মানুহজান খিড়িকীৰে মুখখন উলিয়াই উপলুঙাৰ সুৰত কলে, "ইয়াৰ পৰা কোনোবা হেনো জাপ মাৰিবলৈ ওলাইছে। তুমিয়েই নেকি সেই বীৰ ব্যক্তিজন ? এনেকৈ জাপ মাৰি মৰাৰ চখ তোমাৰ হ'ল কিয় বাৰু ?"

উপলুঙাৰ সুৰত কোৱা এই কথা কেইষাৰে কিন্তু মোৰ মনত কোনো প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিব নোৱাৰিলে। মই নিৰ্লিপ্ত ভাবে উত্তৰ দিলো— "মই চমকপ্ৰদ কাম কৰি ভালপাওঁ। হ'লতো ?" মই আকৌ এবাৰ তললৈ চালো। তললৈ চাবলৈ মোৰ এতিয়া আৰু ভয় নোহোৱা হ'ল। বেৰত আওজি পাইপৰ পৰা হাতখনো এৰুৱাই ললো। প্ৰথমছোৱাত হলে মূৰ ঘূৰাই পৰি গলোহেঁতেন। কিন্তু এতিয়া সেই ভয় নোহোৱা হৈছে। মৰিব ওলাইছোৱেই যেতিয়া মৃত্যুক ভয় কৰাৰ প্ৰশ্ন আছে ক'ৰ

পৰা ? ভলত মানুহৰ ভিৰ বাঢ়ি গৈয়ে আছে। যান-বাহনৰ চলাচল সম্পূৰ্ণ বন্ধ। মই যে আত্মহত্যা কৰিবৰ কাৰণে এই ঠাইত থিয় হৈছো সেই বাতৰি নিশ্চয় বিয়পি গৈছে। বিনা পইচাত এনে দৃশ্য চোৱাৰ সুযোগ জানো সদায়ে পোৱা যায়। গতিকে মানুহৰ ভিৰ হোৱাটোৱে স্বাভাৱিক।

কায়াৰ ব্ৰিগেডৰ কৰ্মচাৰীজনে এইবাৰ মুখত এটা চিগাৰেট জ্বলাই আন এটা চিগাৰেট মোৰ পিনে আগুৱাই কলে, "চিগাৰেট এটা চলিব নেকি ?"

"ধন্যবাদ, নালাগে, মই এনেয়ে ভালে আছো।"

মানুহজনে এইবাৰ লাহে লাহে নিজকে কোৱাদি কলে—"ভালে থকাটোৱে স্বাভাৱিক। আজি বতৰটোও বৰ ভাল নহয় জানো ? এনে পৰিবেশতনো তোমাক মৰাৰ কথা চিন্তা কৰিবলৈ কিহে পাইছে ? তোমাৰ অবিহনে তোমাৰ পৰিবাৰৰ, তোমাৰ লৰা-ছোৱালীৰ কি হব সেইটোতো তুমি এবাৰ ভবা উচিত।"

"মোৰ কোনো নাই। পৰিবাৰ, লৰা-ছোৱালী কোনো নাই। গতিকে সেই সম্পৰ্কে চিন্তা কৰাৰ কোনো প্ৰশ্নই নুঠে।" মই লাহে লাহে কলো।

"অ', কথাটো মই জনাই নাছিলো। "মানুহজনে সহানুভূতিৰ সুৰত কলে। মোৰ অৱশ্যে পৰিয়াল বুলিবলৈ ঘৈণী এজনী আছে। অৱশ্যে থকা নথকাই সমান বুলিয়ে ভাবিব পাৰা। গাঁৱত থাকে। কেতিয়াবা বছৰৰ মূৰত এবাৰ লগ পাওঁ। তোমাৰ জানো সঁচাকৈয়ে আপোন কোনো নাই ?"

'কৈছোৱেতো। মোৰ সংসাৰত কোনো নাই। "বিষন্ন মনে মই উত্তৰ দি মানুহজনৰ পৰা চকু আঁতৰাই সমুখলৈ চালো সঁচাকৈয়ে আজি মোৰ কোনো নাই। মানুহজনক অৱশ্যে মই নকলো যে দুদিন আগলৈকে আপোন বুলিবলৈ মোৰ ছোৱালী এজনী আছিল। পৰিবাৰৰ মৃত্যুৰ পিছত কিমান কষ্ট কৰি তাইক ডাঙৰ দীঘল কৰিছিলো। ভাল শিক্ষা পাওক বুলি এইখন চহৰতে হোষ্টেলত ৰাখিও পঢ়ুৱাইছিলো। দুদিন আগেয়ে অৱশ্যে সকলো শেষ হৈ গল। টেলিগ্ৰাম এখনে সেই দুদিন

বিদাবক খবৰটো আনিলে—মোৰ ছোৱালীজনীয়ে আত্মহত্যা কৰিলে। ইয়াৰ কাৰণ জানিবলৈ বিশেষ অসুবিধা নহল। পোষ্ট মৰ্টেমত প্ৰকাশ পালে তাই অন্তঃসত্ত্বা আছিল। নগৰ বাৰুৱীবোৰৰ পৰা গম পালো কোনে তাইৰ এনে সৰ্ব্বনাশ কৰিলে। কিন্তু সেই কথা জানি কি হব? মানুহজনক অৱশ্যে এইবোৰ কথা নকলো। সকলো কথা জানো সকলোৰে আগত প্ৰকাশ কৰিব পাৰি?

ছোৱালীজনীৰ মৃত্যুত মোৰ জীৱনৰ প্ৰতি যিকণ মোহ আছিল সেইকণ নাইকীয়া হৈ গল। কি সতেৰে মই আৰু মোৰ সৰু চহৰখনলৈ উভতি যাম? তাই অন্তঃসত্ত্বা হোৱা, আত্মহত্যা কৰাৰ বাতৰি ইতিমধ্যে তাত নিশ্চয় বিয়পি পৰিছে। সকলোৱে নিশ্চয় মোক উপলুঙা আৰু অনুকম্পাৰ দৃষ্টিৰে চাব। মোৰ কাৰণে সেইটো সহ্য কৰাটো অসম্ভৱ। কালি গোটেই ৰাতিটো মই উজাগৰে কটাইছো আৰু ৰাতিপুৱাই এই পৰিকল্পনাটো লৈছো। এই পৰিকল্পনা মতে আজি ৰাতিপুৱা অফিচ খোলাৰ লগে লগে এই ওখ অট্টালিকাটোৰ ২৬ তলালৈ উঠি আহি তললৈ জাপ মাৰিবলৈ সাজু হৈছো। মই জানো মই যিদৰে ভাবিছো সেইটো ঘটিবই। মই ভৰা খবৰেই এতিয়ালৈকে সকলো ঘটনা ঘটিছে।

তলৰ ৰাজপথত মানুহৰ ভিৰ বাঢ়ি গৈ আছে। ওচৰৰ অট্টালিকা-বোৰৰো খিড়িকী আৰু চাদত মানুহ ভৰি পৰিছে। এইখন চহৰৰ ৰাজপথত মানুহ মৰি পৰি থাকিলেও এখন্তেক ৰোৱাৰো কাৰো সময় নাথাকে। কিন্তু আজি মোৰ মৃত্যু চাবলৈ ইমানবোৰ মানুহৰ সময়ৰ অভাৱ হোৱা নাই। তেওঁলোকৰ হাতত যেন অফুৰন্ত সময়। নিযুত বছৰৰ সভ্যতাৰ পিছতো সুবিধা পালেই মানুহৰ আদিম প্ৰবৃত্তিবোৰ জাগি উঠা দেখিছো।

ফায়াৰ ব্ৰিগেডৰ কৰ্মচাৰীজন অলপ সময়ৰ কাৰণে আঁতৰি গৈছিল। তেওঁ আকৌ উভতি আহিল। আহিয়েই খিড়কীখনত বহি পৰিল। মোৰ পিনে চাই কলে, "তলৰ পৰা এপাক মাৰি আহিলো। মানুহবোৰ বৰ অধৈৰ্য্য হৈ পৰিছে। এই টিকাফটা ৰ'দত সিহঁতক এনেকৈ কষ্ট দিয়াৰ তোমাৰ হেনো কোনো অধিকাৰ নাই। সকলোৱে তুমি কেতিয়া জাপ মাৰা তাৰ বাবে বৰ আগ্ৰহেৰে বাট চাই আছে।"

"মই কেতিয়া জাপ মাৰো সেইটো মোৰ কথা। সিহঁতৰ কাৰণে মই মৰিবলৈ ওলাইছো নেকি? মানুহবোৰে ভাবিছে কি বাৰু?" প্ৰচণ্ড খঙত মই চিঞৰি উঠিলো।

মানুহজনে এবাৰ চাৰিওপিনে গোটেই পৰিস্থিতিটো চকু ঘূৰাই আকৌ মোলৈ লক্ষ্য কৰি কলে—"তুমি ইয়াৰ পৰা মুওলা। তলত কেইটামান চেণ্ডেলৌয়াইটো তোমাক জপিয়াবলৈ চিঞৰি আছে। কিছুমানে ক'টো লবলৈ কেমেৰা ঠিক কৰি থৈছে। প্ৰেছৰ লোকসকলে তোমাৰ আত্মহত্যাৰ বসাল বিৱৰণ ইতিমধ্যে সাজু কৰিছে। ওচৰৰ ছাদত টি ভি. কেমেৰাটো দেখিছাই নহয়।"

"এইবোৰ মানুহনে কি বাৰু—? মই মৰিবলৈ ওলাইছো তাৰ কাৰণে কাৰো অলপ সহানুভূতি নাই। সকলোৰে মজা চাবলৈহে আহিছে।"

"সহানুভূতিৰ কথা বাদ দিয়া। বেচি ভাগ মানুহৰেটো ধাৰণা তুমি জাপ মাৰিবলৈ দেৰী কৰি সিহঁতক ইমান উৎকণ্ঠাত ৰখাৰ বা কষ্ট দিয়াৰ তোমাৰ অধিকাৰ নাই।"

"মই জাপ মাৰো নে নেমাৰো সেইটো মোৰ কথা। সিহঁতৰ তাত কি আছে বা যায়? মোৰ জীৱনৰ বিনিময়ত সিহঁতক বিনা পইচাই মজা লুটিবলৈ দিম বুলি ভাবিছে নেকি?"

"তুমি ঠিকেই কৈছা।" মানুহজনে এইবাৰ লাহে লাহে কলে। "তুমি মৰিবা আৰু এইবোৰ মানুহে তোমাৰ মৃত্যুক বিনা পইচাত চিনেমা চোৱাদি চাব ইয়াৰ কিবা যুক্তি আছে নেকি? তুমি মৰিব খুজিলেও সিহঁতক এনেকৈ দিয়াৰ কাৰণে এনেকৈ মৰাটো উচিত নহয়। ইমান সময় ৰৈ থকাৰ মজাটো পাওক।"

মানুহজনৰ কথাখিনিত যুক্তি নথকা নহয়। মোৰ দুখ-বেদনাক লৈ সকলোৱে মোক উপলুঙা কৰিব, অনুকম্পা দেখুৱাব আৰু মোৰ মৃত্যুক লৈ আনন্দ কৰিব এইটো মই হব দিওঁ কিয় বাৰু? মই এইবাৰ মানুহজনলৈ চাই কলো। "তুমি বোধকৰো ঠিকেই কৈছা, এনেকৈ মৰিবলৈ যোৱাৰ কোনো যুক্তি নাই।"

"মই তাকেইতো তোমাক ইমান পৰে বুজাবৰ যত্ন কৰিছো।" মানুহজনে কলে।

"মই জাপ মৰাৰ চিন্তাটো বাদ দি খিড়িকীখনৰ পিনে আগবাঢ়িবলৈ চেষ্টা কৰিলো। কিন্তু পাইপডালৰ পৰা হাতখন এৰি দিবলৈ মোৰ বৰ ভয় লাগিল। মই যেন পৰি যাম এনে ভাব হ'ল। সোঁহাতখন কপালত দি চকু দুটা আঁৰ কৰি ধৰিলো।

"কি হল?" মানুহজনৰ মুখত উদ্বেগৰ চিন।

"মোৰ দেখোন খোজ দি খিড়িকীখনলৈ যাবলৈ ভয় লাগিছে। পাইপ-ডালৰ পৰা হাতখন এৰি দিবলৈ টান পাইছো। অলপ মূৰটো ঘূৰোৱা যেন লাগিছে। কোনোবাই সহায় নকৰিলে যাব নোৱাৰিম যেন পাইছো। তুমি মোক অলপ ধৰিবা নেকি?" এইবুলি কৈ মই সোঁহাতখন আগুৱাই দিলো।

মানুহজন অলপ থমকি ৰ'ল। তাৰ পিছত খিড়িকীৰে মূৰটো যিমান পাৰে উলিয়াই বাওঁ হাতেৰে মোৰ সোঁহাতখন লগ পাবলৈ চেষ্টা কৰিলে। কিন্তু মোৰ সোঁহাতখন মেলি দিয়া সত্বেও তেওঁৰ হাতৰ পৰা মোৰ হাতখন কেইইঞ্চিমান আতঁৰত ৰ'ল।

মানুহজনে আকৌ এবাৰ পৰিবেশটোলৈ চালে। তলত হেজাৰ মানুহৰ উৎকণ্ঠাৰ দৃষ্টি। বাতৰি কাকতৰ মানুহ, প্ৰেছ ফটোগ্ৰাফাৰ. ওচৰৰ অট্টালিকাটোৰ ছাঁদৰ টি. ভি কেমেৰাটোলৈ তেওঁৰ চকু গল। মানুহজনে বোধকৰো ভাবিলে মোক ৰক্ষা কৰা বাতৰিটোৱে বাতৰি কাকত, টি ভি সকলোতে কেনে চাঞ্চল্যৰ সৃষ্টি কৰিব। কেনেকৈ তেওঁ কথাছবিৰ জনপ্ৰিয় নায়কৰ দৰে ৰূপকথাৰ নায়ক হৈ পৰিব। এইবাৰ তেওঁ খিড়িকীৰে ভৰি দুখন ওলোমাই সাৱধানেৰে লেড্‌জডোখৰত থিয় দি বাওঁহাতখন মোৰ পিনে আগুৱাই কলে, "তুমি মোৰ হাতখনত ধৰি লাহে লাহে আগুৱাই আহা।"

"এইবাৰ মই তেওঁৰ হাতখন সহজে ঢুকি পালো। খুব জোৰেৰে মই তেওঁৰ হাতখনত খামুচি ধৰি কৈ উঠিলো, "তুমি মোৰ ওচৰলৈ যে এনেকৈ আহিবা সেইটো মই জানিছিলো আৰু সেইকাৰণেই মই এই ঠাইডোখৰ বাচি লৈছিলো।"

মানুহজনে মোৰ কথাত আৰু সুৰত চমকি উঠিল। মোৰ হাতৰপৰা হাতখন এৰুৱাবলৈও চেষ্টা কৰিলে। কিন্তু মই মোৰ সমগ্ৰ শক্তিৰে

তেওঁৰ হাতখনত ধৰি আছো। ওঁঠৰ ইঙ্গিৰ ঠাইডোখৰত তাকালাম্য ৰঙাই বাখি মোৰ হাতৰ পৰা হাত একৰাটো সম্ভৱ নহয়।

"তুমি কি কব বিচাৰিছা মই বুজা নাই।" থোকাথুকি মাতেৰে তেওঁ কলে।

"বেখাক তুমি চিনি পোৱা নহয় জানো? মাত্র দুদিন আগেয়ে আত্মহত্যা কৰা মোৰ ছোৱলী বেখা। আত্মহত্যা কৰাৰ কাৰণটো তোমাক নজনালেও হব। তাইক বিশ্বাসঘাটকতা কৰা মানুহজন কোন সেইটোওতো তোমাক কোৱাৰ প্রয়োজন নাই নহয় জানো?

"মানুহজনৰ মুখত থকা গভীৰ আত্মবিশ্বাসৰ ভাব পলকৰ ভিতৰতে নাইকিয়া হল। এক ভয়বিহ্বল চাৱনিৰে খিড়িকীখনৰ পিনে যোৱাৰ তেওঁ শেষ চেষ্টা কৰিলে।

কিন্তু মোৰ হাতখনে যে তেওঁৰ হাতখনত বজ্রকঠোৰ ভাবে ধৰি আছে। মই এইবাৰ আৰু নবলো। তেওঁৰ হাতখনত কঠোৰ ভাবে ধৰি সন্মুখলৈ জপিয়াই পৰিলো। এক পলকৰ কাৰণে মোৰ এনে লাগিল আমি দুজন যেন শূন্যত ওপঙি আছো। তলৰ মানুহবোৰৰ এক প্রচণ্ড চিৎকাৰ মোৰ কাণলৈ আহিল। বাজপথটো ক্রমাৎয়ে আমাৰ ওচৰ চাপি আহিছে। মানুহবোৰকো আগতকৈ বহু বেচি ডাঙৰ যেন দেখা গৈছে।

[ বিদেশী গল্পৰ ছাঁত ]

## এখনি চিঠি

যোৰহাট
২৪-২-৭৮

মৰমৰ বীনু,

বহুদিন তোমালোকৰ পৰা একো চিঠি-পত্র নাপাই চিন্তিত হৈ আছো। দেউতাৰ চুকোৱাৰ পিচৰ পৰা মোৰ দিনবোৰ যে কেনেকৈ যাব ধৰিছে তোমালোকক আৰু কি কম। ভাবিছিলো তোমালোকৰ মুখলৈ চায়েই বাকী দিনকেইটা কটাম। কিন্তু ভাগ্যত তাকো লিখা নাই। গুৱাহাটীৰ পৰা অহা-যোৱা কৰা মানুহৰ পৰা খিবোৰ খবৰ পাওঁ তাৰ পৰা মনটো আৰু দুৰ্বল হৈ যায়। জোৱায়ে চাকৰিটো যোৱাৰ পিচৰে পৰা এনেো,

বেটিকৈ মদ খাবলৈ লৈছে। টকা-পইচাৰ কাৰণ পৰাও হেনো তোমালোকৰ বৰ টান হৈছে। মানুহবোৰে মোৰ আগত সকলোবোৰ কথা নকয়ো যেন লাগে।

মই তোমালোকৰ তাত কেইদিনমান গৈ থাকিম বুলি ভাবিছো। মোৰো দুখ পাতলিব, তোমাবো সহায় হব। চিঠিৰ উত্তৰ অতি সোন-কালে দি মোৰ দুশ্চিন্তা পাতলাবা বুলি আশা ৰাখিলো।

ইতি

তোমাৰ মা।

গুৱাহাটী

৫-৩-৭৮

পূজনীয়া মা,

তোমাৰ চিঠিখন পাই ভাল লাগিল। চিঠি দিও দিও বুলিও এটা বা আন এটা লেঠাৰ কাৰণে দিব পৰা নাছিলো। তুমি ইমান চিন্তা বা মনোকষ্টত দিন কটোৱা উচিত নহয়। দেউতাৰ মৃত্যুক এতিয়া সহজ ভাবে লব লাগে। জন্ম-মৃত্যু এইবোৰৰ ওপৰত আমাৰ হাত নাই। সকলো ভগ-বানৰ ইচ্ছা।

আমাৰ কথা মানুহে তোমাক এনেয়ে লগাইছে। চাকৰিটো যোৱাৰ কথা এতিয়াও এওঁ সম্পূর্ণৰূপে গ্রহণ কৰিব পৰা নাই। পুলিচ বিভাগতনো কোনে ভেটি নাখায়? কিন্তু গোটেই জগৰটো এওঁৰ ওপৰতহে পৰিল। অলপ দিনৰ ভিতৰত প্রমোচন হোৱাৰো সম্ভাৱনা আছিল। বহু ওপৰলৈ উঠাৰ আশা আছিল। সেইবোৰকে চিন্তা কৰি তেওঁ আজিকালি ঘৰৰ পৰা নোলায়েই। তাকে লৈ মানুহে বহু কথা ৰটনা কৰিছে। এইবোৰ কথা বিশ্বাস নকৰিবা।

আমাৰ টকা-পইচাৰ যে নাটনি হৈছে সেইটো তোমাৰ আগত লুকুৱাই লাভ নাই। Deparmental enquiry টোৰ পিচত criminal case টোৰ হাত সাৰিবলৈ বহু খৰচ কৰিব লগা হ'ল। ভাগ্য ভাল চৰকাৰে criminal case টো নকৰাৰ সিদ্ধান্ত ললে। তথাপি তুমি বিশেষ চিন্তা

কৰিব নালাগে। এওঁৰ মন ভাল হলে নিশ্চয় কিবা এটা ক্ৰামৰ চেষ্টা চলাব। মইও কিবা এটা জা-যোগাৰ কৰাৰ চেষ্টাত আছো।

মই আন এটা কথাতহে এতিয়া বৰ চিন্তাত আছো। এওঁ কেই-দিনমান আগেয়ে এখন বেনামী চিঠি পাইছে। কোনোবাই এওঁৰ জীৱন শেষ কৰিম বুলি ভয় দেখুৱাই চিঠিখন লিখিছে। চিঠিখন কোনে লিখিছে এওঁ অৱশ্যে ধৰিব পাৰিছে। ছবছৰমান আগেয়ে গুৱাহাটীত হোৱা বেংক ডকাইতিৰ ঘটনা এটা তোমাৰ মনত থাকিব পাৰে। সেই কেছটোৰ প্ৰধান আচামী বীৰ চিঙক এওঁৱে arrest কৰিছিল। জেলত যোৱাৰ সময়ত বীৰ চিঙে হেনো প্ৰতিজ্ঞা কৰিছিল জেলৰ পৰা ওলায়েই এওঁক এসেকা দিব। আজি কেইদিনমান আগেয়ে বীৰ চিঙ জেলৰ পৰা ওলোৱা বাতৰিটো কাকতে-পত্ৰে প্ৰকাশ পাইছে। মই এওঁক পুলিচক কথাটো জনাবৰ কাৰণে দিনে-ৰাতিয়ে জোৰ দি আছো। কিন্তু এওঁ জেদ ধৰিছে যি পুলিচ বিভাগে এওঁৰ ইমান অন্যায় কৰিলে সেই বিভাগৰ পৰা তেওঁ কোনো সহায় নিবিচাৰে। মই বৰ ভয়ে ভয়ে আছো। এইবিলাক কাৰণত তুমি এতিয়া আহিব নালাগে। কেইদিনমান পিচত মই নিজে গৈ তোমাক লৈ আহিম। ইতি,

মৰমেৰে

বীণু

**BHUBAN,**

**Your last days have come I will kill you within fourty eight hours to seven days**

**—Mystery killer**

**6. 3. 78.**

গুৱাহাটী

৭-৩-৭৮

মৰমৰ সঞ্জীৱ,

বিশেষ এটা কথাৰ বাবে তোমালৈ এইখন চিঠি লিখিছো। চিঠিখন মোৰ লিখাৰ ইচ্ছা নাছিল। কিন্তু শ্ৰীমতীৰ খেচ্‌খেচনিত লিখিব লগা

হৈছে। চাকৰিটো এৰি দিয়াৰ পিচত লগৰ বন্ধু-বান্ধৱক মুখ দেখুৱাৰ ইচ্ছা নোহোৱা হৈছে। সেই কাৰণেই তোমাৰ ঘৰলৈ বা অফিচলৈ গৈ কথাটো কোৱা নহ'ল। কোনত তোমাৰ লগত এবাৰ যোগাযোগ কৰিবৰ চেষ্টা কৰিছিলো। কিন্তু তুমি হেনো কিবা তদন্তৰ কামত বাহিৰলৈ গৈছা।

এতিয়া কথাটোলৈ আহো। আজি কেইদিনমান আগেয়ে মোক মৃত্যুৰ ভয় দেখুৱাই ভাবুকি দিয়া চিঠি এখন পাইছিলো। চিঠিখনত মই কোনো গুৰুত্ব দিয়া নাছিলো। পুলিচ বিভাগত কাম কৰিলে বহুতৰে শত্ৰু হব লগীয়া হয়। গতিকে এনে ধৰণৰ চিঠি আহেই। পুলিচৰ চাকৰি গলেও পুৰণি শত্ৰুবোৰতো আছেই। তোমাকনো আৰু কি কম! এনে চিঠি পোৱাৰ তোমাৰ নিজৰে অভিজ্ঞতা আছে।

কালি আগৰখনৰ দৰেই টাইপ কৰা আৰু এখন চিঠি পাইছো। চিঠিখন লগতে গাথি দিছো। চিঠিখনৰ কাৰণে মই অকণো ভয় খোৱা নাই। চিঠিখন কোনে লিখিছে মই জানো। ছবছৰমান আগেয়ে ঘটা চাঞ্চল্যকৰ বেঙ্ক ডকাইতিৰ কেচটো তোমাৰ নিশ্চয় মনত আছে। সেই কেচটোৰ প্ৰধান আচামী বীৰ চিঙ আজি কেইদিনমানৰ আগেয়ে খালাচ পোৱা বুলি কাগজত পাইছো। জেললৈ যোৱাৰ সময়ত সি মোক ভাবুকি দি গৈছিল যে জেলৰ পৰা ওলায়েই সি মোক হত্যা কৰিব। Judgement টো শুনোৱাৰ দিনা যি ভয়ংকৰ দৃষ্টিৰে সি মোৰ পিনে চাইছিল সেই দৃশ্য আজিও মোৰ মনত আছে। ভাবুকি দিয়াৰ কাৰণো অৱশ্যে নথকা নহয়। তাৰ পৰা confession টো আদায় কৰিবৰ কাৰণে মই যি ব্যৱস্থা লৈছিলো তোমাৰ দৰে চিধা পুলিচ অফিচাৰে সেইটো লব নোৱাৰা। ইংৰাজী উপন্যাসৰ দৰে সি মোক forty eight hours ত হত্যা কৰাৰ ভাবুকি দিছে অথচ forty শব্দটো ভুলকৈ fourty লিখিছে। সি আকৌ ইংৰাজীত ভাবুকি দিয়ে। এই চিঠিখন মই কিন্তু তোমালোকৰ পুচিল বিভাগৰ সহায় লবৰ কাৰণে লিখা বুলি নাভাবিবা। যি বিভাগে মোৰ ইমান অন্যায় কৰিছে তাৰ ওচৰত সহায় বিচাৰি মই কোনো দিনে নাযাওঁ। তোমালৈ ব্যক্তিগত বন্ধু হিচাবেহে চিঠিখন লিখিছো। বীৰুৰে লাগি আছে তোমালোকৰ জনাবই লাগে। নজনোৱা মানে ঘৰত আৰু অশান্তি বঢ়া। চাকৰিটো

যোৱা কথাটো মই এতিয়াও সহ্য কৰিব পৰা নাই। মই খোৱাৰ মাত্ৰাটোও অলপ বাঢ়িছে। মোৰ আৰ্থিক অৱস্থাৰ কথা তুমিতো জানাই। বীণুৰ গহনা যিখিনি আছিল তাৰো বেছি ভাগেই বিক্ৰী হৈ গ'ল। তথাপি ভাবিছো—আৰু কেইবছৰমানৰ পিচত insurance policy কেইখনমান matured হ'ব। তেতিয়া বোধকৰো কথাটো সহজ হ'ব। বীণুই মাকক ইয়ালৈ আনিব খোজে। মোৰ এই অৱস্থাত মই বাৰু কেনেকৈ আনিব দিওঁ? এইবোৰৰ কাৰণে ঘৰুৱা অশান্তিও বাঢ়ি গৈছে। দুই এদিন বীণুৰ গাত হাতো উঠাইছো। মই জানো, দোষ মোৰেই গাত। কিন্তু সকলো বুজিও একো কৰিব পৰা নাই। এইবিলাক কথা হয়তো তোমালৈ লিখা উচিত হোৱা নাই। কিন্তু বহুদিন ধৰি কাৰো লগত খোলোচা মনেৰে কথা পাতিব পৰা নাই। তুমিয়ে একমাত্ৰ মোৰ চাকৰিটো বচাবলৈ শেষলৈ চেষ্টা কৰিছিলা। তোমাৰ কাৰণে ফৌজদাৰী মোকৰ্দমাটোৰ হাত সাৰিছিলো। তোমাৰ আগত কথাবোৰ নকলে আন কাৰ আগত কম?

তুমি এতিয়াই একো কৰিব নালাগে। বীণুকো কথাখিনি নকবা। শেষৰ চিঠিখন মই বীণুকো দেখুওৱা নাই। চিঠিখন দেখিলে আৰু বেচি ভয় খাব। মই মাথো তোমাক কথাটো জনোৱা বুলি কৈছো। সেই নৰকৰ কীটটোক মই নিজেই বলে পাৰিম। তথাপি সহায়ৰ প্ৰয়োজন হলে নিশ্চয় তোমাক জনাম।

ইতি,
ভুবন

( Cofidential note to S.P. Kamrup )
( for personal eye only )

২৫।৩।৭৮
P.S.

চাৰ,

ভুবন হাজৰিকাৰ হত্যাকাণ্ড সম্পৰ্কে আপুনি মোৰ পৰা গোপন বিৱৰণ এটা বিচাৰিছে। হাজৰিকাৰ হত্যাকাণ্ডটোৱে পুলিচ বিভাগত কিছু চাঞ্চল্যৰ

সৃষ্টি কৰিছে। কথাটোৱে স্বাভাৱিক। কাৰণ জেলৰ পৰা ওলোৱা অপৰাধী এজনে পুলিচ বিষয়া এজনক হত্যা কৰিলে সকলোৰে মনত এটা অনি-শ্চয়তাৰ ভাব জাগিবই। বিশেষতঃ চাকৰি এৰিলেও হাজৰিকাৰ প্ৰতি আমাৰ বিভাগৰ সকলোৰে সহানুভূতিসূচক ভাব এটা আছিল।

ঘটনাটো সম্পৰ্কে মই বিতং তদন্ত কৰিলো। ভুবন হাজৰিকাই চাকৰিটো এৰি দিয়াৰ পৰা বৰ মানসিক অশান্তিত ভুগি আছিল। টকা-পইচাৰ নাটনিৰ কাৰণে চহৰৰ একোণত এটা সৰু ঘৰত থাকিবলৈ লৈছিল। যোৱা ১০।৩ তাৰিখে মই হাজৰিকাৰ পৰা এখন চিঠি পাইছিলো। চিঠিখন অৱশ্যে ৭।৩।৭৮ তাৰিখেই পোষ্ট কৰিছিল। কিন্তু এটা কেচৰ তদন্তত গুৱাহাটীৰ বাহিৰত থকাত চিঠিখন মই খোলাৰ আগেয়ে হত্যাকাণ্ডটো হৈ যায়।

হত্যাকাণ্ডটোত কিন্তু কোনো জটিলতা নাই। অলপ দিন আগেয়ে জেলৰ পৰা ওলোৱা বীৰ চিঙেই যে নৃশংস হত্যাকাণ্ডটোৰ কাৰণে দায়ী তাত কোনো সন্দেহ নাই। হাজৰিকাই নিজে বীৰ চিঙক সন্দেহ কৰিছিল আৰু সেই সম্পৰ্কে মোলৈ লিখিছিলও। ভুবনৰ চিঠিখনৰ নকল এটা ইয়াৰ লগতে পঠি দিলো। আচল চিঠিখন কেচৰ ৰেকৰ্ডত থৈ দিছো। চিঠিখনৰ পৰাই হত্যাৰ কাৰণ আদি আপুনি সকলো গম পাব।

মিছেচ হাজৰিকাই কেইমাহ মানৰ পৰা টাইপিং আৰু short hand ৰ course এটা কৰি আছে। ঘটনাৰ দিনা গধূলিও মিছেচ হাজৰিকাই আন দিনাৰ দৰে টাইপিং স্কুললৈ গৈছিল। ৭-৩০ মান বজাত তেওঁ উভতি আহি দেখে তেওঁৰ স্বামী বহা কোঠাটোৰ মজিয়াত পৰি আছে। তেওঁক পিচৰ পৰা কোনোবাই চুৰি মাৰি হত্যা কৰিছে। মৃত্যুৰ সময়ত হাজৰিকা মদ খাই আধা অচেতন অৱস্থাত আছিল বুলি পষ্টমৰ্টেমত প্ৰকাশ পাইছে। চুৰিৰ এটা আঘাততেই তেওঁৰ মৃত্যু হয়। আধা অচেতন অৱস্থাত থকাৰ কাৰণে হাজৰিকাই নিশ্চয় কোনো ধৰণৰ বাধাই দিব নোৱাৰিলে।

মই লগে লগে গৈ বীৰ চিঙক গ্ৰেপ্তাৰ কৰো। সি অৱশ্যে প্ৰথমে গোটেই ঘটনাটো অস্বীকাৰ কৰে। আমাৰ জেৰাত পিচলৈ স্বীকাৰ কৰিবলৈ

বাধ্য হয় যে এখন চিঠি সি হাজৰিকালৈ লিখিছিল। কিন্তু যিখন চিঠি হাজৰিকাই মোলৈ পঠিয়াইছে সেইখন লিখা বুলি সি অস্বীকাৰ কৰিবৰ চেষ্টা কৰে। সি যে মিছা কথা কৈছে তাত কোনো সন্দেহ নাই। তাৰ বিৰুদ্ধে সম্পূৰ্ণ full proof কেচ এটা তৈয়াৰ কৰিবলৈ বেচি অসুবিধা নহব। সকলো সাক্ষী-বাদী লোৱাৰ পিচত আপোনালৈ আৰু এটা বিৱৰণ পঠাম।

আপোনাৰ একান্ত বাধ্য
শ্ৰীসঞ্জীৱ বৰুৱা

পূজনীয়া মা,

গুৱাহাটী
২।৫।৭৮

তোমাৰ চিঠিখন পালো—লগতে আচাৰখিনিও। তুমি যোৱাৰ পৰা দিন নাযায় ৰাতি নুপুৱায় যেন হৈছিল। এতিয়া অৱশ্যে মনটো বহুখিনি শান্ত হৈছে। ওচৰচুবুৰীয়াৰ পৰাও যথেষ্ট সহায় পাই আছো। পুলিচ বিভাগৰ পৰাও যিমানখিনি কৰিব পাৰে কৰিবৰ চেষ্টা কৰিছে। তেওঁলোকে Insurance company ৰ লগত যোগাযোগ কৰি প্ৰথমখন policy-ৰ টকা কেইটা সোনকালে পোৱাৰ দিহা কৰিছে। বাকী দুখন policy-ৰ টকাও অলপ দিনৰ ভিতৰতে পাম।

সেই পাতকী যীৰ চিগুৰ investigation টো শেষ হৈছে বুলিও মোক জনাইছে। সঞ্জীৱ বৰুৱাই কৈছে তাৰ হোনো ৰক্ষা নাই। ফাঁচি হবই। অ' আৰু এটা কথা তোমাক কোৱাই নাই। পুলিচ বিভাগতে মোক এটা চাকৰি দিছে টাইপিষ্টৰ চাকৰি। আচৰিত নহবা। মই এতিয়া ভালদৰেই টাইপ কৰিব পৰা হৈছো। Speed fourty পাইছে। অভিজ্ঞতা হলে আৰু বেগাই কৰিব পৰা হম। তুমি যিমান সোনকালে পাৰা আৰু এবাৰ আহি যাবা। তুমি আহি থাকিলে মনটো আৰু পাতলিব। তুমি পঠোৱা আচাৰখিনি বৰ সোৱাদ লগা হৈছে।

ইতি—
তোমাৰ
বীৰু

## সমাধান

বেছি বয়সত ধুনীয়া গাভরু ছোৱালী বিয়া কৰালে প্ৰত্যেকজন মানুহেই বোধকৰো কেইবছৰমান পিছত একে ধৰণৰ কেইটামান প্ৰশ্নৰ সন্মুখীন হব লগা হয়। আজিয়েই হওক বা কালিয়েই হওক, কোনোবা এদিন দোকমোকালিত যেতিয়া তেওঁৰ ঘৈণীয়েকক অলস ভঙ্গীত শুই থকা দেখে, তেতিয়া মানুহজনৰ মনটো ভয় আৰু সন্দেহে আগুৰি ধৰে।

তেওঁ তভাতৈয়াকৈ বাথৰুমৰ লাইটটো জ্বলাই আয়নাত নিজৰ মুখখন চাই নিজে আশ্বস্ত হ'বৰ যত্ন কৰে। কিন্তু আশ্বস্ত হোৱাৰ পৰিবৰ্তে তেওঁৰ মনটো বেছি অৱসাদেৰেহে ভৰি পৰে। আয়নাত তেওঁ দেখা পাব মূৰত কেঁচা-পকা চুলি, চকুৰ কোণত ক'লা দাগ আৰু শিথিল মাংসপেশীৰে এখন অৱসাদগ্ৰস্ত মুখ।

আয়নাত নিজৰ মুখখনৰ লগত ঘৈণীয়েকৰ কোমল সতেজ মুখখন তুলনা কৰাৰ পাছত মানুহজনৰ ভয় আৰু শংকাৰ ভাবটো আৰু বেছি হয়। কেইবাটাও প্ৰশ্নই তেওঁক জুমুৰি দি ধৰেহি। কোনোবা এজন ডেকাই ঘৈণীয়েকক তেওঁৰ পৰা আঁতৰাই লৈ যাব নেকি? যদি সেয়ে হয়, ডেকাজন দেখিবলৈ কেনেকুৱা হব বাৰু? তেনেকুৱা পৰিস্থিতিত মানুহজনে নিজেই বা কি কৰিব?

বেছিভাগ মানুহৰ ক্ষেত্ৰত অৱশ্যে এই প্ৰশ্নবোৰ প্ৰশ্ন হৈয়েই ৰয়, প্ৰশ্নবোৰৰ উত্তৰ বিচাৰিবলগীয়া নহয়। কাৰণ সন্দেহ কৰাৰ দৰে তেনে কোনো ঘটনা নঘটে। কিন্তু মোৰ দৰে দুৰ্ভগীয়া কিছুমানৰ ক্ষেত্ৰত এই সন্দেহ বাস্তৱত পৰিণত হয় আৰু ফলত প্ৰশ্নবোৰৰো সন্মুখীন হ'বলগীয়া হয়।

অৱশ্যে যেতিয়া সময় আছে, তেতিয়া কেইটামান প্ৰশ্নৰ উত্তৰ এনেয়ে পোৱা যায়। ডেকাজন কোন বা কেনে হ'ব পাৰে এই সম্পৰ্কে মোৰ

গুণাগাঁথা কৰাৰ প্ৰয়োজন নহল। ডেকাজন এই সময়ত মোৰ সন্মুখতে বহি আছে। মোৰ ঘৈণীৰ প্ৰায় সমবয়সীয়াই হব। মুখখনত শিল্পীসুলভ ভাব। হাতখন কোমল, আঙুলিবোৰ দীঘল। দেখিলেই বুজিব পাৰি ডেকাজন এজন শিল্পী। মোৰ পামঘৰৰ কোঠাটোৰ বিশৃংখল অৱস্থাই বিতৃষ্ণাৰে চকু ফুৰাই ডেকাজনে সুধিলে—"থোক বাক এই পাণ্ডৱবৰ্জিত ঠাইলৈ মাতি আনিছে কিয় ?"

: 'তোমাক এইখিনি অসুবিধা দিয়াৰ কাৰণে মই দুখিত !" —মই লাহে লাহে উত্তৰ দিলোঁ। "কিন্তু ইয়ালৈ মাতি অনাৰ বাহিৰে মোৰ আৰু অন্য উপায় নাছিল। মনত কিবা প্ৰশ্ন জাগিলে নাইবা কিবা সিদ্ধান্ত লবলগীয়া হলে চহৰৰ বদ্ধ পৰিবেশতকৈ এই মুকলি পৰিবেশতহে মই সহজে শুদ্ধ উত্তৰ বিচাৰি পাওঁ। সেয়েহে তোমাক ইয়ালৈ মাতি আনিছোঁ।"

মোৰ কথাবাৰত ডেকাজনৰ মুখত স্পষ্ট বিৰক্তিৰ প্ৰতিক্ৰিয়া দেখা পালোঁ। কোনো ভূমিকা নকৰাকৈয়ে তেওঁ কলে—"প্ৰশ্ন, উত্তৰ, সিদ্ধান্ত—এইবোৰ আপুনি কি কৈছে ? প্ৰতিমাই মোক ভাল পায়, মোক বিচাৰে। ইয়াৰ মাজত আৰু উত্তৰ বিচাৰিবলগীয়া কি থাকিব পাৰে ?"

: "সেইটোৱেইতো প্ৰশ্ন। প্ৰতিমাই—অ'। ক'ব পাহৰিছোৱেই, প্ৰতিমা মোৰ ঘৈণীৰ নাম। —প্ৰতিমাই সঁচাকৈ তোমাক ভাল পায় জানো ? সেইটো এটা ভাবিবলগীয়া প্ৰশ্ন। কোনে জানে, আচলতে হয়তো তেওঁ তোমাক ভালকৈ নাজানেই। তোমালোকৰ এই বন্ধুত্বও হয়তো সাময়িক আসক্তিহে।" মোৰ সমুখৰে খহটা টেবুলখনত ডেকাজনৰ দীঘল আঙুলিৰে আৰু বেছি ধুনীয়া দেখা কোমল হাতখনলৈ চাই মই কলোঁ।

: "প্ৰতিমাই হয়তো ভাল পায় মাথোঁ তোমাৰ শিল্পী প্ৰতিভাক, হাজাৰ হাজাৰ শ্ৰোতাক মন্ত্ৰমুগ্ধ কৰিব পৰা তোমাৰ ক্ষমতাক। হয়তো ভাল পায় মাথোঁ তোমাৰ চেতাৰ বজোৱা এই ধুনীয়া হাতখনক।"

খঙতে ডেকাজনে চিঞৰি উঠিল —"কি অবাস্তৱ চিন্তাধাৰা আপোনাৰ।"

: "হ'ব পাৰে অবাস্তৱ। কিন্তু মোৰ চিন্তাধাৰা যে অবাস্তৱ সেই সম্পৰ্কে স্থিৰ সিদ্ধান্তলৈ কেনেকৈ অহা যায় বাৰু ? ইয়াৰ উপৰিও এই পৰিস্থিতিত মই কি কৰা উচিত সেইটোও এটা প্ৰশ্ন নহয় জানো ?"

—ডেকাজনৰ মুখলৈ নোচোৱাকৈ মই লাহে লাহে কলোঁ।

: "আপুনি কি কৰা উচিত সেইটো আপুনি ভাবিব। তাৰ বাবে মোক ইয়ালৈ মাতি আনিছে কিয়? আৰু আপুনি কিয়েইবা কৰিব পাৰে? প্ৰতিমাই নিজেই মোৰ তালৈ অহাৰ সিদ্ধান্ত লৈছে।"

"কি কৰিব পাৰোঁ! এৰা! কি কৰিব পাৰোঁ!" —মোৰ মুখৰ পৰা যেন মাত নোলাল। এইবাৰ স্বল্প টানকৈয়ে মই কৈ উঠিলোঁ।

: "মই যে একো কৰিব নোৱাৰোঁ সেইটো নিশ্চয় নহয়। প্ৰতিমাৰ বিবাহ বিচ্ছেদৰ আবেদনত মই সম্মতি জনাব পাৰোঁ, আনহাতে এই আবেদনত মই বাধা দিবও পাৰোঁ। আমাৰ দেশত বিবাহ বিচ্ছেদ ইমান সহজ নহয়। অৱশ্যে এই দুয়োটাৰ ভিতৰত কোনটো কৰা উচিত সেই সম্পৰ্কে সিদ্ধান্ত লোৱাটো মোৰ বাবে সহজ নহয়। প্ৰতিমাই মোৰ লগত থাকিব নিবিচাৰে যেতিয়া জোৰকৈ প্ৰতিমাক ৰাখোঁয়েইবা কেনেকৈ? কিন্তু এই বয়সত প্ৰতিমাক এৰিয়েইবা দিও কেনেকৈ? প্ৰতিমা নাথাকিলে মোৰ যে সকলোখিনি হেৰাই যাব।"

ডেকাজনৰ মুখত মোৰ কথাৰ কোনো বিশেষ প্ৰতিক্ৰিয়াই নহ'ল। উপলুঙাৰ সুৰত তেওঁ উত্তৰ দিলে—"সেয়া আপোনাৰ আৰু প্ৰতিমাৰ সমস্যা, মোৰ তাত ভাবিবলগীয়া নাই।"

: "তোমাৰ যে একো ভাবিবলগীয়া নাই সেইটো মই বুজিছোঁ।" —ডেকাজনৰ মুখলৈ চাই মই উত্তৰ দিলোঁ।

ডেকাজনে মোৰ পৰা চকু আঁতৰাই নিলে।

মোৰ চকু লাহে লাহে গৈ ডেকাজনৰ ধুনীয়া হাত দুখনত পৰিল। হাত দুখন তেতিয়াও সমুখত থকা থহটা টেবুলখনত অলস ভঙ্গীত পৰি আছে। হাত দুখনলৈ চাই মই লাহে লাহে কলোঁ—"প্ৰতিমাক হেৰুৱাটো মই কোনো ৰকমে সহ্য কৰিব নোৱাৰোঁ। প্ৰতিমাক হেৰুৱাব লাগিলে মোৰ যি অৱস্থা হ'ব চেতাৰ বজোৱা হাত এখন হেৰুৱালে তোমাৰো বোধকৰোঁ একে অৱস্থাই হ'ব।"

কথাষাৰ শুনিয়েই ডেকাজন উচপ্ খাই উঠিল। হাত দুখন তেওঁ টেবুলৰ পৰা নিজৰ কোলালৈ টানি লৈ গ'ল। ডেকাজনৰ প্ৰতিক্ৰিয়া

দেখি নিজকে মোৰ অপৰাধী যেন লাগিল। মই ভভাতৈয়াকৈ কলোঁ —"কথাবাৰ কোৱাটো মোৰ উচিত হোৱা নাই। মই নভবাকৈয়ে কৈ পেলালোঁ। মই মাথোঁ এটা তুলনাহে কৰিছোঁ, বেয়া নাপাবা।"

ডেকাজনৰ মুখত এইবাৰ স্পষ্ট খং আৰু বিৰক্তিৰ ছাপ। বহাৰ পৰা ঘপ্‌কৈ উঠি তেওঁ কলে—"মোৰ আৰু সময় নাই। মই আহিলোঁ।"

: "অলপ ৰবাচোন, খং কৰিছা কিয়?—পৰিবেশটো মই পাতলাবৰ যত্ন কৰিলোঁ। তোমাৰ সময় নাই যেতিয়া মই আৰু তোমাক বহিবলৈ নকওঁ। চোৱাচোন, মই বাৰু কেনেকুৱা মানুহ! তোমাৰ লগত যোধকৰোঁ আৰু দেখাই নহ'ব। তোমাকতো মই অন্ততঃ একাপ চাহ যাচিব লাগিছিল। মোৰ এই পামঘৰটোত ইপিনে চাহৰ কোনো বন্দবস্তই নাই। তোমাৰ নিশ্চয় অলপ গৰম পানী খোৱাত আপত্তি নাথাকিব। মোৰ ইয়াত দামী বিলাতী স্কচ আছে।"

: "নাই, নাই, নালাগে—মই আৰু নবহোঁ।"

: "তুমি নালাগে বুলি কলেই হ'বনে। মোৰ অতিথি সৎকাৰ কৰাৰ সামান্য ভদ্ৰতাজ্ঞান নাই বুলি তাচ্ছিল্য কৰাৰ সুযোগ এটা তোমাক নিদিওঁ। লেট্‌ আছ হেভ্‌ আৱাৰ ফাইনেল ড্ৰিংক বাট্‌ বিফ'ৰ পাৰ্টিং।"

মই কোঠাটোৰ চুকলৈ গৈ তলৰ কোঠালৈ যাব পৰা দুৱাৰখনৰ আঙঠিটোত ধৰি দুৱাৰখন দাঙিবলৈ যত্ন কৰিলো, কিন্তু দুৱাৰখন মোৰ শক্তিৰে মই টানি খুলিব নোৱাৰিলোঁ। ডেকাজনৰ পিনে চাই ক'লো—

"চোৱাচোন বহুদিন মই এই দুৱাৰখন খোলাই নাই। মোৰ মদৰ বটলবোৰ তলৰ কোঠাটোত আছে। অলপ সহায় কৰিবা নেকি?" পাহৰিয়েই গৈছো যে মোৰ আগৰদৰে বয়স আৰু শক্তি নাই।"

মোৰ এই অকৰ্ম্মণ্যতাত ডেকাজনৰ মোৰ প্ৰতি যেন তাচ্ছিল্যৰ ভাব ফুটি উঠিল। তেওঁ আগুৱাই আহি লোহাৰ আঙঠিটোত মোৰ হাতৰ লগতে হাত দিলেহি।

মই এই সুযোগটোলৈকে অপেক্ষা কৰি আছিলোঁ। লগে লগে মোৰ কোটৰ জেপৰ পৰা হাতকেৰেয়াতাল উলিয়াই লৈ এটা চকা ডেকাজনৰ হাতত পিন্ধাই দি আনটো চকা লোহাৰ আঙঠিটোত লগাই দিলোঁ।

বহুদিনৰ পৰা এইটো অভ্যাস কৰি আছিলোঁ। সেইকাৰণে কোনো ভুল নহ'ল। হাতখন আঙুঠিটোৰ লগত বন্ধ হৈ ডেকাজন উঠিব নোৱাৰা হ'ল।

: "কি ধেমালিখন কৰিছে এইয়া।" ভয়, খঙ আৰু বিৰক্তিত ডেকাজনে চিঞৰি উঠিল—"মোক মোকলাই দিয়ক।"

মই কোনো উত্তৰ নিদিয়াকৈ কোঠাটোৰ আন এটা মূৰলৈ গৈ তাতে থকা টেবুল এখনৰ দেৰাজৰ পৰা চোকা দা এখন উলিয়াই হাতত ললোঁ। মোৰ হাতত দাখন দেখি ডেকাজনৰ প্ৰায় মূৰ্চ্ছা যোৱা অৱস্থা। কিবা ক'ব খুজিলেও যেন মুখৰ পৰা মাত নোলায়।

ডেকাজনৰ মুখলৈ চাই মই লাহে লাহে ক'লোঁ—"ভয় নকৰিবা, মই তোমাৰ কোনো অনিষ্ট নকৰোঁ। মোক তুমি বিশ্বাস কৰিব পাৰা।'

এইবাৰ মই দাখন ডেকাজনৰ বাওঁহাতলৈ আগুৱাই দি ক'লো—ধৰা এইখন "।

ডেকাজনে যেন অলপ সকাহ পালে। দাখন ডেকাজনে বাওঁহাতেৰে লুকি পোৱা দূৰত্বলৈ ঠেলি দিলোঁ।

ডেকাজনে দাখন চুবৰ কোনো যত্ন নকৰি সেহাই সেহাই কলে—"মোৰ বন্ধুবোৰে কিন্তু মই ইয়ালৈ অহা কথাটো জানে। মই উভতি নগলে সিহঁতে মোক বিচাৰি ইয়ালৈ আহিব।"

: "হয়তো আহিব। কিন্তু তেওঁলোক নিশ্চয় এতিয়াই নাহে। তুমি যদি গধূলিলৈ উভতি নোযোৱা তেতিয়াহে হয়তো বিচাৰি আহিব। তাৰ বহু আগেয়ে তুমি তোমাৰ সমস্যাৰ সমাধান নিজে বিচাৰি উলিয়াব লাগিব আৰু সিদ্ধান্ত ল'ব লাগিব।"

: "সমস্যা! সমাধান! কি কৈছে আপুনি?" ডেকাজনৰ মুখৰ পৰা যেন মাত নোলায়।

: "আমাৰ এই সম্বন্ধ লৈ প্ৰতিমাৰ সমুখত কিছুমান প্ৰশ্ন আহি পৰিছে। প্ৰতিমাই সেইবোৰৰ উত্তৰ বিচাৰিবলগীয়া হৈছে? ময়ো প্ৰতিমাক এৰি দিম নে নিদিম সেই সম্পৰ্কে সিদ্ধান্ত লবলগীয়া হৈছে। মাথো তোমাৰ সমুখত কোনো প্ৰশ্ন নাই, সমস্যা নাই, সমাধান বিচাৰিব

প্ৰয়োজন নাই। এইটো জানো উচিত হৈছে? আমাৰ তিনিজনৰ সম্পৰ্কত তোমাৰ সন্মুখত কোনো প্ৰশ্ন নাথাকিব, সমস্যা নাথাকিব, এইটো নিশ্চয় হ'ব দিব নোৱাৰি।"

কথাখিনি কওঁতে ডেকাজনৰ মুখৰ পিনে মই চোৱা নাই। কিন্তু তেওঁৰ মুখৰ অৱস্থা কি হৈছে মই বুজিছোঁ। এইবাৰ মই কোঠাটোৰ এচুকত থকা টিন এটাৰ পৰা কেৰাচিন তেল উলিয়াই চাৰি ওপিনে ছটিয়াই দি কাগজ এটুকুৰাত জুই জ্বলাই দলিয়াই দিলোঁ। জুইৰ লেলিহান শিখাই কোঠাটোৰ বেৰখন আগুৰি ধৰিলে। ডেকাজনে এইবাৰ হাতখন টানি মোকলাবলৈ যত্ন কৰি চিঞৰি উঠিল—"মোক আপুনি পুৰি মাৰিব খুজিছে নেকি? মোক মোকলাই দিয়ক।"

মই এইবাৰ লাহে লাহে দাখনত আৰু ডেকাজনৰ হাতখনত চকু ফুৰাই উত্তৰ দিলোঁ—"পুৰি মৰাৰ নিশ্চয় প্ৰয়োজন নাই। মইতো কৈছোৱেই প্ৰতিমাক মই হেৰুৱালে মোৰ যি অৱস্থা হ'ব তোমাৰ চেতাৰ বাজোৱা হাতখন হেৰুৱালেও তোমাৰ একে অৱস্থাই হ'ব। গতিকে মই প্ৰতিমাক হেৰুৱাই বাচি থকাৰ দৰে তুমিও বাচি থাকিব খোজা নে নাই সেইটো তোমাৰ কথা।"

ডেকাজনে এইবাৰ এবাৰ দাখনলৈ চালে আৰু এবাৰ বন্ধ সোঁ হাতখনলৈ চালে। এইবাৰহে তেওঁ যেন মোৰ কথাটো বুজি পালে ভয়তে বাওঁহাতেৰে দাখন লৈ পাগলৰ দৰে দাৰ আগটোৰে লোহাৰ আঙঠিটোৰ চাৰিওপিনে কাটি নিজকে মোকলাবলৈ চেষ্টা কৰিলে।

: "এইদৰে চেষ্টা কৰি কোনো লাভ নাই" — মই উত্তৰ দিলোঁ। "এই দুৱাৰখন শাল কাঠৰ। লোহাৰ আঙঠিটো ছয় ইঞ্চি তললৈ পোতা আছে। দুৱাৰখনো তলৰ পৰা বন্ধ কৰি থোৱা আছে। আঙঠিটো যাতে এই ধৰণে খুলিব নোৱাৰা তাৰ কাৰণে সকলোখিনি সাৱধানতা মই লৈছোঁ।"

ইতিমধ্যে কোঠাটো জুয়ে আগুৰি ধৰিছে। মই দুৱাৰৰ ওচৰলৈ গৈ ডেকাজনক কলোঁ—"তোমাৰ সিদ্ধান্ত লবলৈ আৰু বেছি সময় নাই। কি সিদ্ধান্ত লোৱা সেইটো তোমাৰ কথা, মোৰ তাত মাতিবলগীয়া নাই। এতিয়া মোৰ অন্ততঃ এইটো সান্ত্বনা থাকিব যে প্ৰতিমাক মই হেৰুৱালেও তুমিও

একো নেহেকৰাকৈ প্ৰতিমাক পাব নোৱাৰা। এই প্ৰশ্নৰো সমাধান হ'ব যে প্ৰতিমাই সঁচাকৈ তোমাক ভাল পায়নে ভাল পায় মাথোঁ। তোমাৰ চেষ্টাৰ বজোৰা এই ধুনীয়া হাতখনক।"

মই এইবাৰ ততাতৈয়াকৈ কোঠাটোৰ পৰা ওলাই আহিলোঁ। ঘৰটো এতিয়া জুয়ে ভালকৈ আগুৰি ধৰিছে। দূৰৰ গাঁৱৰ পৰা কিছু মানুহে ঘৰটোত জুই লগা দেখি দৌৰি আহিছে। কিন্তু তেওঁলোক আহি পোৱাৰ আগেয়ে ঘৰটো পুৰি শেষ হৈ যাব। আৰু ডেকাজনেও সিহঁতৰ পৰা সহায় পোৱাৰ আগেয়ে নিজে নিজৰ বিষয়ে সিদ্ধান্ত লব লাগিব।

এইবাৰ মই নৰ'লো। জোৰেৰে গাড়ীখন চহৰ অভিমুখে চলাই দিলোঁ। গাড়ীখনৰ সন্মুখৰ আয়নাত তেতিয়া জুইৰ শিখাৰ স্পষ্ট প্ৰতিচ্ছবি। সেই প্ৰতিচ্ছবিৰ মাজত যেন মই ডেকাজনৰ মুখখন দেখা পাইছো। • •

[ইংৰাজী গল্পৰ ছাঁৰে]

# ভয়

ফোনৰ ক্ৰিং ক্ৰিং শব্দটো বহু সময় ধৰি বাজি আছিল। ৰঞ্জিতৰ অবচেতন মনটোৱে বেচ কিছুসময় শব্দটো শুনি আছিল। আধা সাৰ পোৱা অৱস্থাত ৰঞ্জিতে ওচৰৰ টেবুলখনত থকা ঘড়ীটোলৈ চাই দেখে সময় তেতিয়া প্ৰায় এক বাজো বাজো। ফোনে বাৰু এই মাজৰাতি কোন কৰিব পাৰে? কোনোবা প্ৰযোজক হোৱাটোও আচৰিত নহয়। কথাছবি জগতৰ মানুহৰ সাধাৰণতে ৰাতিয়েইতো দিন হয়। ৰঞ্জিতে জাপ মাৰি উঠি নওঠা পাৰেই ফোনটোৰ ওচৰলৈ যাবৰ চেষ্টা কৰিলে। কিন্তু আন্ধাৰত ড্ৰয়িংৰুমলৈ গৈ ফোনটো উঠায় মানে আৰু কেইচেকেণ্ডমান পাৰ হ'ল।

ফোনটো দাঙি ৰঞ্জিতে "হেলো" বুলি কব পাওঁ নৌপাওঁতেই সুলেখাৰ উধাতু খোৱা কণ্ঠস্বৰ ভাহি আহিল—"ৰঞ্জিত, দিনটোৰ শুটিঙৰ পাছত তুমি নিশ্চয় শুইছিলা। তোমাক বোধকৰো মই টোপনিৰ পৰা জগালো। কিন্তু উপায় নাই জানা? এটা সাংঘাতিক ঘটনা হৈ গৈছে। মই বৰ বিপদত পৰিছো তুমি মোৰ কথা শুনিছানে নাই ৰঞ্জিত ?"

ৰঞ্জিতৰ তেতিয়াও টোপনিৰ আবেশ ভালকৈ গুচাই নাই। এইবাৰহে আবেশটো সম্পূৰ্ণভাবে কাটি গ'ল।

সুলেখাৰ উধাতু খোৱা মাত আকৌ ভাহি আহিল—"তুমি শুনিছানে নাই ৰঞ্জিত? ফোনটো কাটি গল নেকি?"

ৰঞ্জিতে সুলেখাৰ মাতৰ পৰাই বুজি পালে, নিশ্চয় কিবা এটা ডাঙৰ বিপদ হৈছে। দুদিন আগেয়ে মাথো সুলেখাৰ লগত কথা হৈছে। সুলেখাই ফোন কৰিছিল। অৱশ্যে সুলেখাৰ লগত প্ৰায় চাৰিমাহ দেখা হোৱা নাই। চাৰিমাহ আগেয়ে কলিকতা এৰাৰ পৰা ৰঞ্জিতে আৰু কলিকতালৈ যোৱাৰ সময় পোৱা নাই।

ৰঞ্জিতে এইবাৰ উত্তৰ দিলে—

"মই শুনি আছো। কি বিপদ হ'লনো বাৰু? কি হৈছে সোনকালে কোৱা।"

ৰঞ্জিতৰ মাতটোত সুলেখা বোধকৰো অলপ আশ্বস্ত হ'ল।

"এটা সাংঘাটিক ঘটনা হৈ গৈছে। তেওঁ আজি হঠাতে মোৰ ঘৰ ওলাইছেহি।"

ৰঞ্জিতে সুলেখাই কি কৈছে ধৰিব নোৱাৰিলে। সেই কাৰণেই সুধিবলৈ বাধ্য হ'ল—"তেওঁ। তেওঁ, মানে কোন?"

"কোন হব আৰু।" সুলেখাই অলপ বৈ উত্তৰ দিলে—

"মোৰ স্বামী। আধা মাতাল হৈ মাজৰাতি ঘৰ ওলাইছেহি।"

"তোমাৰ স্বামী। তোমাৰ স্বামী হঠাৎ ক'ৰ পৰা আহি পালেহি? তোমাৰ খবৰ পালে কেনেকৈ? ঘৰৰ ঠিকনা পালে ক'ৰ পৰা?" সুলেখাৰ কথাখিনি এটা সাঁথৰ যেন লাগিল ৰঞ্জিতৰ।

"আজি হেনো তেওঁ জেলৰ পৰা ওলাল। জেলতে মোৰ সকলোবোৰ খবৰ পাইছে। কথাছবিৰ আলোচনীবোৰত মোৰ ফটো দেখিছে। জেলৰ পৰা ওলায়েই মোৰ ওচৰলৈ আহিছে। এতিয়াৰ পৰা বোলে ইয়াতে থাকিব। মই এই অৱস্থাত কি কৰো কোৱা"—কান্দোনত সুলেখাৰ মাত ভাঙি পৰিল।

"তেওঁ এতিয়া ক'ত আছে? কি কৰি আছে?" ৰঞ্জিতে লাহে লাহে সুধিলে।

"তুমি এৰি থোৱা বিলাতী মদৰ বটল শেষ কৰি আধা বেহুচ হৈ মোৰ বিছনাত পৰি আছে। অলপ পিছতে নিশ্চয় সাৰ পাব। তুমি মোক বচোৱা ৰঞ্জিত। মানুহজনৰ লগত মই জীৱন কটাব নোৱাৰো। চেহেৰাটো চাব নোৱাৰা, মুখখন দেখিলেই ভয় লগা হৈছে। আহিয়ে মোৰ লগত যি ব্যৱহাৰখন কৰিছে। এইজনেই মোৰ স্বামী বুলি প্ৰকাশ পালে মই ক'তো মুখ দেখুৱাব নোৱাৰিম। মোৰ সকলো ভৱিষ্যত শেষ হৈ যাব। তুমি বাতিপুৱাৰ প্লেনতে গুচি আহা। আহিবা নহয়?" সুলেখাৰ মাতত করুণ বিননি।

ৰঞ্জিতে পৰিস্থিতিটো কল্পনা কৰিবৰ যত্ন কৰিলে—সুলেখাৰ সুৰ্‌জানো। সুলেখাৰ স্বামীক ৰঞ্জিতে দেখা নাই। কিন্তু সুলেখাই ৰঞ্জিতৰ আগত কোনো কথা গোপন কৰা নাই। কম বয়সতে সুলেখাৰ বিয়া হয়। বিয়াৰ অলপ দিনৰ ভিতৰতে সুলেখাই গম পালে গিৰিয়েকৰ সকলো ধৰণৰ দোষ আছে। বিয়াৰ কেইমাহমানৰ ভিতৰতে সুলেখাৰ স্বামীয়ে মাতাল অৱস্থাত মানুহ এজনক হত্যা কৰাৰ অপৰাধত যাৱজ্জীৱন কাৰাদণ্ডৰ শাস্তি লৈ জেললৈ গ'ল। এক হিচাপে সুলেখা বাচিল বুলিয়ে কব পাৰি। সুলেখাৰ স্কুলত অভিনয় কৰাৰ চখ আছিল। জীৱিকাৰ উপায় উলিয়াবলৈ ৰঙ্গমঞ্চত অভিনয় কৰিবলৈ আগবাঢ়িল। পিছত দুই এখন কথাছবিত সাধাৰণ চৰিত্ৰত অভিনয় কৰাৰ সুযোগো আছিল। অলপ অচৰপ নামো কৰিলে।

সুলেখাৰ মাতত ৰঞ্জিতৰ চিন্তাধাৰা ভাঙি গ'ল। "তুমি একো কোৱা নাই দেখোন ৰঞ্জিত। তুমি ৰাতিপুৱাই আহিবাতো? মই যেনেকৈ হওক তোমাক এয়াৰপোৰ্টত লগ ধৰিম।"

ৰঞ্জিতে এইবাৰ সুলেখাক বুজনি দিয়াৰ চেষ্টা কৰি কলে,—"চোৱা! ইমান অধৈৰ্য্য নহবাচোন। ভাবিচিন্তি পৰিস্থিতিৰ সন্মুখীন হব লাগিব। কালি ৰাতিপুৱাই মোৰ কাৰণে যোৱাটো অসম্ভৱ। ৰাতিপুৱা মোৰ শ্যুটিং আছে। এয়া প্ৰথমবাৰৰ কাৰণে বোম্বেত ভাঙৰ সুযোগটো পাইছো। এই সুযোগটোৰ কাৰণে আমি দুয়ো অপেক্ষা কৰি আছিলো, নহয় জানো? কালি শ্যুটিঙত নাথাকিলে মোক কথাছবিখনৰ পৰা এতিয়াও বাদ দিব পাৰে। গতিকে মই যাব কেনেকৈ যাওঁ? তুমি চিন্তা কৰিব নালাগে। মই বিমান সোনকালে পাৰো যাম। গৈয়ে কিবা এটা উপায় উলিয়াম।"

'শ্যুটিং আছে যদি তুমি আহিব নালাগে। কিন্তু এই মানুহজনৰ লগত আৰু এটা দিনো মই কটাব নোৱাৰো। মানুহজনে গম পালে মোৰ দেহাটো লগা হব। মই নিজে ৰাতিপুৱাই তোমাৰ তালৈ যাম। শ্যুটিং এৰি তুমি এয়াৰপোৰ্টলৈ আহিব নালাগে। মই গোপনে গোপনে তোমাৰ ঘৰ ওলামহি।"

ৰঞ্জিত এইবাৰ চমকি উঠিল। সুলেখাক বাধা দিবলৈ মই সময়ৰ

সৃষ্টি হব পাৰে। ৰঞ্জিতে কঠোৰ মাতেৰে কলে—"নভবা নিচিন্তাকৈ কাম নকৰিবাচোন। বিপদ বেছিহে হব। তুমি ইয়ালৈ আহিলেই জানো সমস্যা সমাধান হব। মানুহজন তোমাৰ পিছে পিছে আহি বোম্বে ওলাবহি। তেতিয়া কি হব? হেজাৰ হওক তেওঁৰ তোমাৰ ওপৰত আইনগত অধিকাৰ আছে।"

"তুমিও আহিব নোৱাৰা মোকো যাবলৈ নিদিয়া, মই কি কৰাটো ভাল হব কোৱা। মোক এটা উপায় দিয়া।" মাতৰ পৰা এনে লাগিল যেন সুলেখাই পাৰিলে এতিয়াই কলিকতাৰ পৰা বোম্বেলৈ উৰা মাৰিব।

ৰঞ্জিতে কি কৰা উচিত একো ভাবি ঠিক কৰিব নোৱাৰিলে। অলপ সময় ৰৈ কলে—"তুমি আধাঘন্টামান মোক ভাবিবলৈ সময় দিয়া। এইখিনি সময় লাগিলে তুমি ড্ৰইং ৰুমতে কটাবা। ঠিক আধাঘন্টা পিছত মোলৈ ফোন কৰিবা। কিবা এটা উপায় উলিয়াম।"

উত্তৰলৈ অপেক্ষা নকৰি ফোনটো থৈ ৰঞ্জিতে এইবাৰ ওচৰৰ চোফাখনত বহি চিগাৰেট এটা জ্বলাবলৈ লৈ তেতিয়াহে অনুভৱ কৰিলে তেওঁৰ গাত কোনো কাপোৰ নাই। শোৱা কোঠাটোৰ পৰা ড্ৰেচিং গাউনটো পিন্ধি আহি ড্ৰইংৰুমৰ দুৱাৰখন বন্ধ কৰি চিগাৰেট এটা জ্বলাই ললে। ৰঞ্জিতৰ মন খং আৰু বিৰক্তিত ভৰি পৰিল। ইমান অপেক্ষাৰ মূৰত যেতিয়া আলাদীনৰ চাকিটো হাতত পৰো পৰো তেতিয়া এই জঞ্জালটো আহিল ক'ৰ পৰা?

ৰঞ্জিত আৰু সুলেখাৰ সম্পৰ্ক আজি প্ৰায় তিনি বছৰৰ। ৰঞ্জিতৰ অভিনয়ৰ চখ বহুদিনৰ। চেহেৰাটোও কথাছবিৰ নায়কৰ বাবে উপযুক্ত। কলেজত অভিনয় কৰি দৰ্শকৰ প্ৰশংসাও পাইছিল। দুই এখন কাগজত নামো ওলাইছিল। কিন্তু অকল এইবোৰেৰে কলিকতাৰ দৰে ঠাই এখনত, কথাছবি জগতত প্ৰবেশ কৰিব পাৰি জানো?

সুলেখাই আজি বহুদিনৰ পৰা কথাছবিত কাম কৰি আছে। প্ৰথমে সৰু সৰু চৰিত্ৰত অভিনয় কৰি পিছলৈ কেইখনমান ছবিত নায়িকাৰ ভূমিকাও পাইছিল। কিন্তু কথাছবি কেইখনে "বক্স অফিচত" সুবিধা কৰিব নোৱাৰিলে। নতুন নতুন দেখনীয়াৰ অভিনেত্ৰীবো প্ৰবেশ ঘটিল। গতিকে এতিয়া আঁকৌ দুই এটা পাৰ্শ চৰিত্ৰত অভিনয় কৰি সন্তুষ্ট থাকিবলগীয়া হৈছে।

কলেজৰ এক অনুষ্ঠানত ৰঞ্জিতৰ লগত সুলেখাৰ পৰিচয় হয়। ৰঞ্জিতক কথাছবি জগতত সুলেখায়ে সুবিধা কৰি দিলে। কেবাজনো প্ৰযোজকৰ লগত পৰিচয় কৰাই দিলে। ৰঞ্জিতে লাহে লাহে দুই এটা ভাল ভাও পাবলৈ আৰম্ভ কৰিলে। এনে অৱস্থাত সাধাৰণতে যি হয় সেয়ে ঘটিল। ৰঞ্জিত আৰু সুলেখা দুয়ো দুয়োৰে প্ৰতি আকৃষ্ট হৈ পৰিল। নিজৰ জীৱনত নামী অভিনেত্ৰী হোৱাৰ পূৰণ নোহোৱা আকাঙ্ক্ষা ৰঞ্জিতৰ যোগেদি পূৰ হওক সেয়ে যেন সুলেখাৰ জীৱনৰ লক্ষ্য হৈ পৰিল। দুয়োৰে মাজত এই কথাও হল যে অভিনয় জগতত নিজৰ স্থান সুকীয়া কৰি ললেই ৰঞ্জিতে সুলেখাক বিয়া কৰাব আৰু সুলেখাই কথাছবি জগতৰ পৰা বিদায় লব।

ৰঞ্জিতে বহুদিনৰ পৰা বোম্বেত এটা সুযোগৰ কল্পনা কৰি আছিল। ভাৰতবৰ্ষৰ কোন অভিনেতাই বাৰু বোম্বেলৈ যোৱাৰ ইচ্ছা নকৰে! বোম্বেত নাম কৰিব পাৰিলেতো কথাই নাই। ৰঞ্জিতৰ ভাগ্য ভাল সেই সুযোগলৈ বেচি দিন অপেক্ষা কৰিব লগা নহল। কলিকতাৰ এজন প্ৰযোজকে বোম্বেত কৰিব খোজা শেহতীয়া কথাছবিখনত ৰঞ্জিতক স্থান দিলে। প্ৰযোজকজনে সাফল্যৰ দুৱাৰৰ চাবিপাত ক'ত ভালকৈ জানে। তেওঁৰ লগত কথাছবিৰ প্ৰচাৰ মাধ্যমবো বৰ ভাল। বছৰৰ নবাগত নায়কবিলাকৰ ভিতৰত সকলোতকৈ প্ৰতিভাবান আৰু ৰোমাণ্টিক হিচাপে ৰঞ্জিতৰ ছবি আৰু জীৱনী ইতিমধ্যে চিনেমা পত্ৰিকাবিলাকত প্ৰকাশ পাবলৈ আৰম্ভ কৰিছেই।

ওচৰৰ ৰাজপথটোৰে গাড়ী এখন শব্দ কৰি পাৰ হৈ গল। গাড়ীখনৰ হেড্ লাইটৰ পোহৰে ড্ৰইংৰুমটোত আন্ধাৰ পোহৰৰ বিভিন্ন ছবি আঁকি দিলে। ৰঞ্জিত চক্ খাই উঠিল। অলপ পিছত সুলেখাৰ ফোন আহিব। কি উপদেশ বাৰু সুলেখাক দিব? এই অৱস্থাত কি কৰাটো উচিত হব? ৰঞ্জিতৰ এতিয়া কলিকতালৈ যোৱাৰ প্ৰশ্ন নুঠে। এতিয়া কিয়, পাৰিলে ৰঞ্জিতৰ আৰু কলিকতালৈ উভতি যোৱাৰ ইচ্ছা নাই।

ইফালে সুলেখা যদি বোম্বেলৈ আহে কি হব বাৰু? সুলেখাৰ গিৰিয়েকে নিশ্চয় কলিকতাত হুলস্থূলখন লগাব। ৰোমাণ্টিক নায়কৰ পৰিবৰ্তে অপৰাধী স্বামীৰ পৰা পলাই অহা প্ৰায় বিগতযৌৱনা দ্বিতীয় স্তৰৰ অভিনেত্ৰীৰ লগত ৰঞ্জিতৰ কেলেঙ্কাৰীৰ কথা কাকতে পত্ৰই প্ৰকাশ পাব। চিনেমা

পত্রিকাৰ বিপোর্টাৰবোৰেতো এনে ঘটনাকে বিচাৰি ফুৰে। প্ৰতিদ্বন্দী-সকলে বঞ্জিতক আতবোৱাৰ ডাঙৰ সমল পাব। ইয়াৰ পিছত দৰ্শকে বঞ্জিতক নায়ক হিচাপে গ্ৰহণ কৰিব জানো? প্ৰচাৰৰ মাধ্যমেৰে গঢ়ি তোলা বঞ্জিতৰ ৰোমান্টিক ৰূপটোৱে নাইকিয়া হৈ নাযাব জানো? এনে ঘটনাৰ পিছত কোন প্ৰযোজকে বঞ্জিতক লৈ টকা খটুৱাব? হয়তো বৰ্ত্তমান অভিনয় কৰি থকা ছবিখনৰ পৰাও বঞ্জিতক আতঁৰাব। বঞ্জিতৰ সকলো সপোন ভাঙি চুৰমাৰ হৈ যাব। কেৱা বছৰৰ আগেয়ে জেললৈ যোৱা, নিচিনা নজনা এক অপৰাধীৰ কাৰণে সকলো সম্ভাৱনা কেনেকৈ নষ্ট হব দিব পাৰি বাৰু? কিন্তু এই দুৰ্য্যোগৰ পৰা ৰক্ষা পৰা যায় কেনেকৈ? কি উপায়েৰে—?

বঞ্জিতে কিছু সময় গুণাগঁথা কৰি মনটো ঠিক কৰি পেলালে ইয়াৰ বাহিৰে আৰু আন উপায় নাই। আলাদীনৰ চাকিটো হাতৰ মুঠিত পৰাৰ সময়ত বঞ্জিতে সকলোখিনি হেৰুৱাব নোৱাৰে।

আধা ঘণ্টা পাৰ হোৱাৰ আগেয়ে ফোনৰ ক্ৰিং ক্ৰিং শব্দটো বাজি উঠিল। সুলেখাই আধা ঘণ্টা সময়ও অপেক্ষা কৰিব নোৱাৰিলে। ফোনটো তুলি লোৱাৰ লগে লগে সুলেখাৰ মাত ভাহি আহিল—"কি ঠিক কৰিলা বাৰু! মই আৰু অৱস্থাটো সহ্য কৰিব নোৱাৰা হৈছো। মই বাতিপুৱাই বোম্বেলৈ যাম। তুমি বাধা নিদিবা—প্লিজ।"

"শুনা সুলেখা।" বঞ্জিতে ড্ৰইংৰুমৰ দুৱাৰখন ভালকৈ বন্ধ আছেনে এবাৰ চাই, উঠি অহা খংটো দমাই বুজনিৰ সুৰত কলে—"তুমি ইয়ালৈ আহিলেই সমস্যাৰ ওৰ নপৰে। তোমাৰ স্বামীয়ে কাইলৈয়ে হুলস্থুলখন লগাব। ফলত তোমাৰ জীৱন ধ্বংস হব। মোৰ ভৱিষ্যতো শেষ হৈ যাব। আমি দুয়ো আৰু কেতিয়াও লগ লাগিব নোৱাৰিম। তুমি যদি কথা নুশুনা আমাৰ এয়ে শেষ বিদায় বুলি জানিবা।"

"তেনেকৈ নকবা বঞ্জিত। তোমাক এৰি মই থাকিব নোৱাৰো। চাৰি মাহে যে কেনেকৈ কটাইছো তোমাক নতুনকৈ কি কম! এদিন তোমাৰ লগত কোনভ কথা হব নাপালেই এবছৰ যেন লাগে। তুমি কি কোৱা মই তাকে কৰিম।"

"শুনা অধৈৰ্য্য নহবা। মানুহজনে এতিয়া কি কৰিছে?

"মই মোৰ শোৱাকোঠাৰ ওচৰলৈকে যোৱা নাই। বোধকৰো এতিয়াও টোপনি পৈয়ে আছে।"

"ঘৰত আৰু মদ আছেনে নাই?" ৰঞ্জিতে সুধিলে।

"তুমি এৰি যোৱা বটল আৰু এটা আছে।" "বটলটোত অলপ মদ বাখি বাকীখিনি বাথৰুমত পেলাই দি আহাঁগে। যোৱা।" সুলেখাই কিবা কব খুজিছিল কিন্তু ৰঞ্জিতে বাধা দি উঠিল। "আগেয়ে মই কোৱা মতে মদখিনি পেলাই আহা।"

অলপ সময় ফোনটোৰ পৰা কোনো শব্দ অহা নাই। সুলেখা নিশ্চয় বাথৰুমলৈ গৈছে।

সুলেখাই অলপ পিছতে ফোনটো হাতত লোৱা ৰঞ্জিতে অনুমান কৰিব পাৰি সুধিলে—

"পেলালা?"

"অ। আৰু কিন্তু তুমি মোক ভিতৰলৈ যাব নকবা ৰঞ্জিত। মোৰ বৰ ভয় লগা হৈছে।"

"ভয় কৰিলে নচলিব। তোমাৰ সাহসৰ ওপৰত গোটেই কথাটো নিৰ্ভৰ কৰিছে। ঘৰত স্লিপিং টেবলেট আছে নহয়, নিশ্চয় আছে। তোমাৰ লগতো থাকেই। কেইটামান আছে বাৰু?"

"স্লিপিং টেবলেট। স্লিপিং টেবলেট কিয় ৰঞ্জিত?"

"মোৰ কথাত বাধা নিদি কথাটোৰ উত্তৰ দিয়া।" ৰঞ্জিতে এইবাৰ খং দমাই ৰাখিব নোৱাৰিলে।

"খং নকৰিবা। তুমি মোৰ অৱস্থাটো বুজা নাই ৰঞ্জিত। আধা-বটলমান টেবলেট আছে।"

"তুমি গোটেইকেইটা টেবলেট গুৰি কৰি বাকীখিনি মদৰ লগত ভালকৈ মিহলাই লোৱা। সেই মদ তোমাৰ স্বামীক খুৱাব লাগিব।"

"স্লিপিং টেবলেট গুৰি কৰি মদত মিহলাই খুৱাব লাগিব? তুমি কৈছা কি ৰঞ্জিত?"

"মই ঠিকেই কৈছো, সুলেখা। আমাৰ সুযোগে ভবিষ্যত মানুহজনৰ

মৃত্যুৰ ওপৰত নির্ভৰ কৰিছে।”

“তুমি বলিয়া হৈছা নেকি ৰঞ্জিত? মই এজন মানুহক কিহ খুৱাই মাৰি পেলাম? মোৰ কাৰণে ই অসম্ভৱ। মই নোৱাৰো। তুমি আন কিবা উপায় দিয়া। মোৰে শপত, তুমি ইয়ালৈ গুচি আহা ৰঞ্জিত। মোক বচোৱা।”

“তোমাক বচাবৰ কাৰণেই মই এইখিনি কৰিছো। যদি মই কোৱা মতে কাম কৰিব নোৱাৰা তেতিয়া হলে আমাৰ সম্পৰ্কৰ কথা পাহৰি যোৱা। সেই মানুহজনক লৈয়ে তুমি থাকা।”

“ৰঞ্জিত, ৰঞ্জিত”—সুলেখাৰ ভগা মাত ৰঞ্জিতৰ কাণলৈ আহিল। ৰঞ্জিতে কিন্তু কোনো উত্তৰ নিদিলে।

এইবাৰ সুলেখা কান্দোনত ভাঙি পৰা ৰঞ্জিতে ধৰিব পাৰিলে। কন্দা কন্দা মাতেৰে সুলেখাই কলে—“কোৱা, মই কি কৰিব লাগিব? এই মানুহজনৰ লগত মই বাকী জীৱন কটাব নোৱাৰো। তোমাক এৰি মই থাকিব নোৱাৰো।”

ৰঞ্জিতে এইবাৰ সমবেদনাৰ সুৰত লাহে লাহে কলে—

“তুমি মোক এৰি থাকিবা কিয়? মই জানো তোমাক এৰি থাকিব পাৰিম। আমাৰ দুয়োৰে ভৱিষ্যত জীৱন কিন্তু এতিয়া তোমাৰ ওপৰতে নির্ভৰ কৰিছে। পতিকে ভালকৈ শুনা—

“মানুহজনে অলপ পিছত নিশ্চয় সাৰ পাব। সাৰ নাপালে তুমি নিজে জগাই দিবা। যিমানদূৰ সম্ভৱ সাৰ পায়েই মানুহজনে মদ বিচাৰিব। যদি নিবিচাৰে তুমি তেওঁৰ লগত ভাল ব্যৱহাৰ কৰি টেবলেট মিহলি কৰা মদখিনি খুৱাবা। মদখিনি খোৱাৰ লগে লগে তেওঁ অস্বস্তিবোধ কৰিব, অসুস্থ হৈ পৰিব।”

সুলেখাই কিবা কব খুজিছিল। কিন্তু ৰঞ্জিতে সুলেখাৰ কথাত কোনো গুৰুত্ব নিদি অধৈৰ্য্য হৈ সুধিলে—

“তোমাৰ গাড়ীখন ভালে আছে নহয়?”

“আছে।” সুলেখাই উত্তৰ দিলে। ৰঞ্জিতে অলপ সকাহ পালে। গাড়ীখন ভালে নাথাকিলে পৰিকল্পনাটো সফল কৰিবলৈ যথেষ্ট অসুবিধা হলহেতেন।

"ভাল কথা। মানুহজন অসুস্থ বোধ কৰিলেই তুমি [illegible] তালৈ লৈ যাওঁ বুলি মটৰটোলৈ নি বহুৱাবা। কিন্তু [illegible] হাতত গাড়ীখন ষ্টাৰ্ট নকৰি মানুহজনৰ ওপৰত বিহৰ প্ৰভাৱ আৰম্ভ পৰিছেনে নাই চাবা।"

"মই নোৱাৰিম বঞ্জিত। মোৰ বৰ ভয় লাগিছে। তোমাৰ কথা শুনি মোৰ গোটেই গা কঁপি উঠিছে।"

সুলেখাক এতিয়া দুৰ্বল হবলৈ ৰঞ্জিতে দিব নোৱাৰে। সুলেখাক সাহস দিবৰ কাৰণে ৰঞ্জিতে বুজনিৰ সুৰত কলে—

"শুনা সুলেখা, তোমাৰ ওপৰতে এতিয়া আমি দুয়োৰে একেলগে ভৱিষ্যত জীৱন নিৰ্ব্বাহ কৰা নকৰাটো নিৰ্ভৰ কৰিছে। ভয়ত যদি আগুৱাব পৰা আমাৰ দুয়োৰে মিলনৰ বাট বন্ধ। আৰু যদি অলপ সাহস গোটোৱা আমি দুয়ো চিৰদিনৰ কাৰণে একেলগ হোৱাৰ সকলো বাধা আঁতৰিব। মই কোৱা মতে কামখিনি কৰা।"

"নাই, মই নোৱাৰিম ৰঞ্জিত।"

ৰঞ্জিতে বুজিলে সুলেখাৰ মনত দুৰ্ব্বলতাই ঠাই পাইছে। এইবাৰ ৰঞ্জিতে ভঙা ভঙা মাতেৰে কলে—"তুমি নোৱাৰা যদি মই জোৰ নকৰো। তোমাক জীৱনৰ লগৰীয়া কৰা সপোনটো এনেকৈ শেষ হব বুলি ভবা নাছিলো। তুমি তোমাৰ স্বামীক লৈ সুখত থাকা। মোৰ যি হয় হব।"

"তুমি কি কৈছা ৰঞ্জিত? তোমাক এৰি মই থাকিব নোৱাৰো। এই পশুটোৰ লগত মই এক মুহূৰ্ত্তও থাকিব নোৱাৰো। তুমি মোক আন কিবা উপায় দিয়া।" ৰঞ্জিতে এইবাৰ সুলেখাৰ মাতত অলপ দৃঢ়তাৰ আভাস পালে।

"আন কোনো উপায় নাই সুলেখা। তুমি ভয় কৰিব নালাগে। মই আছো নহয়। মোৰ ওপৰত বিশ্বাস ৰাখা। তুমি মই কোৱামতে কাম কৰিবাতো?"

"কোৱা ৰঞ্জিত। আন কোনো উপায় নাই যেতিয়া মোৰ নো কি উপায় আছে?"

"ভাল কথা। তেতিয়া হলে তুমি, মই কোৱাৰদৰে মানুহজনক বিহ

মিছলোৱা মদখিনি খুওৱাৰ পিছত গাড়ীত বহুৱাবা। মদ আৰু বিহৰ প্ৰভাৱত মানুহজনৰ অলপ সময়ৰ ভিতৰত মৃত্যু হব। মানুহজনৰ মৃত্যু হৈছে বুলি নিশ্চিত হলে তুমি আহি মোক আকৌ এবাৰ কোন কবি কামটো যে সমাধা হৈছে তাৰ সংকেত দিবা। তাৰ পিছত তুমি বাহিৰলৈ গৈ চাৰিওকালে ভালকৈ চাই লবা। এই মাজৰাতি ৰাস্তাত কোনো জনপ্ৰাণী থাকিব নালাগে। তথাপি সাৱধান হবা। তাৰ পিছত গাড়ীৰে নি মানুহজনক এমাইলমান দূৰত থকা মৰিশালীখনৰ ওচৰত পেলাই থৈ উভতি আহিবা। মানুহজন জেলৰ পৰা ওলোৱা আচামী। মদ খাই ৰাস্তাৰ দাঁতিত মৰি পৰি থাকিলেও কোনেও অস্বাভাৱিক মৃত্যু বুলি সন্দেহ নকৰিব। পুলিচেও মূৰ নঘমায়। কাইলৈ দিনটো তুমি কাম-কাজ সাধাৰণ ভাবে কৰি যাবা। ইয়ালৈ আহিবৰ যত্ন নকৰিবা। আহিলে মানুহৰ মনত সন্দেহ হব পাৰে। পৰহি ৰাতিপুৱাই মই কলিকতালৈ গৈ তোমাক লগ পাম।”

“পৰহি তুমি আহিবাতো? সঁচাই কৈছাতো?” সুলেখাই ব্যগ্ৰভাবে সুধিলে।

“নিশ্চয় আহিম। তুমি সন্দেহ কৰিছা কিয়? এতিয়া পলম নকৰিবা। যোৱা মই কোৱামতে কাম কৰা। মই তোমাৰ ফোনৰ কাৰণে অপেক্ষা কৰি আছো।”

ফোনটো থৈ দিয়াৰ লগে লগে ৰঞ্জিতৰ গোটেই গা কঁপিব আৰু জৰ ঘমাদি ঘামিব ধৰিলে। ৰঞ্জিতে সুলেখাৰ লগত হোৱা কথাখিনি আৰু এবাৰ মনত পেলাবৰ যত্ন কৰিলে। কৰবাত ভুল কৰিলে নেকি? সুলেখাই কোৱামতে কাম কৰিব পাৰিবনে? ৰঞ্জিতৰ সময় নোযোৱা যেন লাগিল। এবাৰ গোৱা কোঠালীলৈ গৈ এগিলাচ পানী খালে। ডিঙিটো শুকাই গৈছিল। এক পে'গ মদ খাবৰ মন ইচ্ছা গৈছিল। কিন্তু মনটো দমাই ৰাখিলে। এতিয়া ৰঞ্জিতৰ নিজৰ ওপৰত সম্পূৰ্ণ কতৃত্বৰ প্ৰয়োজন। মদ খাই নিজৰ বিপদ মাতি আনিব নোৱাৰে।

ঘড়ীৰ টিক্ টিক্ শব্দই ৰঞ্জিতক ক্ৰমাৎয়ে বিচলিত কৰি তুলিলে। কলিকতাৰ টেলিফোন ডাইৰেক্টৰীখন লৈ হুটামান ফোনৰ নম্বৰ টুকি ললে।

কোঠাটোৰ ইমূৰৰ পৰা সিমূৰলৈ কেবাবাৰো পাক মাৰিলে। ৰঞ্জিতৰ এযুগ পাৰ হোৱা যেন লাগিল। সুলেখাই নিশ্চয় কামটো কৰিব নোৱাৰিলে। নহলে কৰবাত ভুল কৰিলে। কলিকতালৈ ফোন কৰোঁ বুলি সংখ্যা ছটামান ডায়েল কৰিও নিজে ফোন কৰাটো উচিত নহব বুলি ফোনটো থৈ দিলে।

এনেতে ফোনটো বাজি উঠিল। ৰঞ্জিতে 'হেল' বুলি কোৱাৰ লগে লগে সিফালৰ পৰা সুলেখাৰ মাত ভাহি আহিল—

"ৰঞ্জিত, সকলোখিনি কৰা হ'ল।"

"মানুহজন কেনে অৱস্থাত আছে?" ৰঞ্জিতে সুধিলে।

"সকলো শেষ হৈ গৈছে।"

"তুমি ভালকৈ চাইছাতো?"

"চাইছোঁ ৰঞ্জিত"—সুলেখাই যেন বৰ কষ্ট কৰিহে কথা কৈছে ৰঞ্জিতৰ তেনে লাগিল। মাতটোও বৰ দুৰ্ব্বল। "তুমি এতিয়া পাঁচ মিনিটমান ৰৈ মই কোৱামতে মানুহজনক গাড়ীত লৈ পেলাই থৈ আহাগৈ। আৰু কথা নকবা—পৰহিলৈ লগ পাম—and best of luck and good bye."

ৰঞ্জিতে সুলেখাৰ উত্তৰলৈ অপেক্ষা নকৰি ফোনটো থৈ দিলে। অলপ ৰৈ এইবাৰ আগেয়ে নোট কৰা নম্বৰ এটা ডায়েল কৰিলে। সিপিনৰ পৰা এনগেজড্‌ৰ শব্দ ভাহি আহিল। আৰু দুবাৰমান চেষ্টা কৰিলে। নম্বৰটো নোপোৱাত বহীত টুকি থোৱা আনটো নম্বৰ চেষ্টা কৰিলে। কিন্তু সেই নম্বৰটোও পোৱাত বিফল হ'ল। ততাতৈয়াকৈ নম্বৰকেইটা চেষ্টা কৰোঁতে এবাৰ-দুবাৰ ভুল নম্বৰতহে লাগিল। ফোনটো যেন ভাঙিহে পেলাব এনে ভাব হ'ল। চতুৰ্থ চেষ্টাত সিপাৰৰ নম্বৰটোৰ পৰা সহাৰি পালে—

"লালবাজাৰ পুলিচ হেড্‌কোৱাৰ্টাৰ।" ৰঞ্জিতে এইবাৰ নিজৰ অভিনয় প্ৰতিভাৰ সকলোখিনি খটুৱাই কলে—"চাওক, মই বোম্বেৰ পৰা কৈছোঁ। মই এজন অভিনেতা। নাম ৰঞ্জিত চক্ৰৱৰ্ত্তী।"

"কওক, মই আপোনাক কি ধৰণে সহায় কৰিব পাৰোঁ?" সিপিনৰ পৰা উত্তৰ ভাহি উঠিল। কথাছবিৰ নায়কক সকলোৱে অলপ সমীহ কৰে।

"চাওক মই কলিকতাৰ অভিনেত্ৰী এগৰাকীৰ পৰা ৰাতি চাৰে বাৰ-মান বজাত এটা ফোন পাইছো। বহুদিন আগেয়ে হেনো তেওঁৰ স্বামী কিবা অপৰাধত জেললৈ গৈছিল। আজি বোলে জেলৰ পৰা ওলাই আহি তেওঁক মাৰধৰ কৰিছে। অকথ্য ব্যৱহাৰ কৰিছে। মোৰ পৰা সহায় বিচাৰিছে। মই বাৰু কি সহায় কৰিব পাৰো কওকচোন। এইবোৰ তেওঁলোকৰ ঘৰুৱা কথা। মই আপোনালোকক জনাব কৈছিলো।

অলপ আগেয়ে তেওঁৰ আৰু এটা ফোন পাই মই চমকি উঠিছো। তেওঁ হেনো তেওঁৰ স্বামীক হত্যা কৰিছে। মৃতদেহ হেনো ওচৰৰ মৰিশালী এখনত পেলাবৰ ঠিক কৰিছে। মই অৱশ্যে কথাটো বিশ্বাস কৰা নাই। হয়তো অনুভূতিপ্ৰৱণ হৈ এইবোৰ কথা এনেয়ে কৈছে। কিন্তু এটা মাৰ্দাৰ কৰাৰ কথা কোৱা কাৰণে আপোনালোকক জনোৱাটো উচিত বুলি ভাবিলো। ৰাতি বিৰক্তি কৰা কাৰণে বেয়া নেপাব।"

"কথাটো কৈ আপুনি ঠিকেই কৰিছে। অভিনেত্ৰী গৰাকীৰ নাম আৰু ঠিকনাটো দিয়ক।"

বজিতে সুলেখাৰ নাম আৰু ঠিকনাটো দিলে।

পুলিচ অফিচাৰজনে এইবাৰ বজিতৰ ঠিকনাটো বিচাৰিলে। বজিতে নিজৰ ঠিকনা আৰু ফোন নম্বৰটো দিয়াত তেওঁ কলে—"ঠিক আছে আপুনি ভাবিব নালাগে। আমি অনুসন্ধান কৰিম। প্ৰয়োজন হলে আপোনাৰ লগত যোগাযোগ কৰিম।'

ফোনটো থৈ বজিতে আৰু এবাৰ সুলেখাৰ ফোন পোৱাৰ পৰা গোটেই কথাখিনি জুকিয়াই চালে। পুলিচক বিশ্বাসযোগ্য ভাৱে কথাখিনি কব পাৰিছেতো? সুলেখাই হয়তো বজিতৰ ওপৰত দোষ জাপিব। কিন্তু পুলিচে সুলেখাৰ কথাত বিশ্বাস কৰিব জানো? বজিত নিজে দোষী হোৱা হলে পুলিচক ফোন কৰি খবৰটো দিলেহেঁতেন কিয়? সুলেখাৰ স্বামীক হত্যা কৰাত বজিতৰ ব্যক্তিগত কি স্বাৰ্থ থাকিব পাৰে? কোনে সুলেখাৰ কথা বিশ্বাস কৰিব? পুলিচেই বা সুলেখাৰ বিৰুদ্ধে থকা সহজ কেছ এটা বজিতক সাঙুৰি জটিল কৰিব কিয়?

বজিতে এইবাৰ আহি বিছনাত বাগৰি পৰিল। লগে লগে ওচৰতে

শুই থকা গাভৰুগৰাকীয়ে টোপনিৰ পৰা সাৰ পাই ৰঞ্জিতক সাৱটি সুধিলে—

"তুমি বাহিৰলৈ গৈছিলা নেকি?"

"নকৰা আৰু, কলিকতাৰ পৰা ফোন এটা আহিছিল। এইখিনি ৰাতি ফোন কৰিব লাগেনে? আমাৰ লাইনৰ মানুহে দিনৰাতিৰ কোনো পাৰ্থক্য নাৰাখে।"

গাভৰুগৰাকী ৰঞ্জিতৰ বৰ্তমান কথাছবিখনৰ নায়িকা। ইতিমধ্যে কেইখনো কথাছবিত অংশ গ্ৰহণ কৰিছে। নাম-যশো হৈছে। বোম্বেৰ কথা-ছবি জগতত দুয়োকে লৈ কিছু ৰু-ৰু বা-বাও চলিছে।

ৰঞ্জিতে জানে নাম যশ থকা তৰুণী নায়িকাৰ লগত ৰোমান্সৰ বাতৰিয়ে দৰ্শকৰ আগত ৰঞ্জিতৰ ৰোমান্টিক ৰূপটো উজলাব। তেওঁৰ বজাৰ দৰ বঢ়াত সহায় কৰিব।

কিন্তু হত্যাকাৰী স্বামী থকা বিগতযৌৱনা সাধাৰণ অভিনেত্ৰীৰ লগত সম্বন্ধ থকা বুলি প্ৰকাশ পালে ৰঞ্জিতৰ জানো কোনো ভাবমূৰ্তি থাকিব? নায়িকাসকলে তেওঁৰ লগত অভিনয় কৰিবলৈ অমান্তি নহব জানো—? কোন প্ৰযোজকে আৰু তেওঁক নতুন কথাছবিত সুযোগ দিব? সুলেখাই এসময়ত তেওঁক সহায় কৰিছিল। কিন্তু তাৰ বিনিময়ত সকলো সম্ভাৱনা নষ্ট কৰি সুলেখাৰ সতে এক ব্যৰ্থ জীৱন—নাই, অসম্ভৱ।

গাভৰুগৰাকীৰ আকৌ টোপনি আহিল। ৰঞ্জিতৰ গাৰ পৰা হাত এৰাই আনফালে মুখ ঘূৰালে। এক অস্বাভাৱিক ভয়ত ৰঞ্জিতৰ গোটেই গা কঁপিব ধৰিলে। বৰ ঠাণ্ডা লগা যেন অনুভৱ কৰিলে। উঠি গৈ ফেনখন বন্ধ কৰিবলৈও ৰঞ্জিতৰ সাহস নহল। তেওঁ চিলিংখনলৈ চাই থাকিল। ৰঞ্জিতৰ আজি আৰু টোপনি অহাৰ প্ৰশ্ন নাই। তেওঁৰ হঠাৎ ভাব হল আজিৰ দৰে নিশাৰ পিছত নিশা হয়তো তেওঁ উজাগৰে থাকিব লাগিব। কোনোদিনেও হয়তো আৰু টোপনি নাহিব।

—x—

# ৰৰশী

মানুহজনৰ চকুত বিমলেছ চছমা' মুখখনত কোমল কোমল ভাব। প্ৰথম দৰ্শনতে এজন কল্পনাবিলাসী সাহিত্যিক যেন লাগে। কিন্তু চকুযোৰলৈ চালে সেই ভাব আঁতৰে। মণি দুটাত যেন দুটা মাৰ্বলৰ গুটিহে লগাই থোৱা আছে; চালেই মনটো ভয়ত কঁপি উঠে। চকুযোৰলৈ চোৱাৰ পিছতো যদি কিবা সন্দেহৰ থল আছিল, সেই সন্দেহ মানুহজনে হাতত থকা পিষ্টলটো যি সহজ ভাবে নচুৱাই আছিল তাৰ পৰা আঁতৰিল। তেওঁৰ কাৰণে যে হত্যা কৰাটো অতি সহজ আৰু সৰল কাম সেই বিষয়ে মোৰ মনত কোনো সন্দেহ নাথাকিল।

মানুহজনৰ কথাখিনি শুনাৰ পিছত যি কোনো অইন মানুহ ভাঙি পৰিলহেঁতেন। মোৰ ক্ষেত্ৰতো তেওঁ বোধকৰো সেইটোৱেই আশা কৰিছিল। কিন্তু গোটেই জীৱন মই নিজকে লৈ জুৱা খেলি আহিছোঁ। পদে পদে বিপদৰ লগত খেলা খেলিছো। গতিকে সহজ ভাবে ক'লোঁ—"মোক মাৰিবলৈ তোমাক যাক কোনে নিযুক্ত কৰিছে সেই কথাটো মৰাৰ আগেয়ে জানিবলৈ দিবলৈ তুমি নিশ্চয় আপত্তি নকৰিবা।"

মানুহজনৰ মুখখনৰ দৰে কথা কোৱাৰ ধৰণটোও বৰ কোমল, মাত যেন নোলায়েই। লাহে লাহে তেওঁ উত্তৰ দিলে,—"কিন্তু মই নিজেওতো তোমাৰ মৃত্যু কামনা কৰিব পাৰোঁ।"

: "নাই, সেইটো সম্ভৱ নহয়। মোৰ শত্ৰুৰ সংখ্যা বৰ কম নহয়, মই জানো। কিন্তু শত্ৰু সকলোবোৰকে মই চিনি পাওঁ। নহলে ইমান দিনে মই জীয়াই থাকিব নোৱাৰিলোহেঁতেন আৰু সাংসাৰিক যুঁজত ইমানখিনি আগবাঢ়িবও নোৱাৰিলোহেঁতেন।"

মানুহজনে মোৰ মুখলৈ চাই থাকিল; একো নক'লে।

মানুহজন অহাৰ আগে আগে মোৰ দৈনন্দিন অভ্যাসমতে মই

গধূলিৰ প্ৰথম পে'গ হুইস্কি হাতত লৈছিলো। ইতিমধ্যে গিলাছটোৰ প্ৰায় তলি পাইছিলহি। আৰু অলপ মদ গিলাছত বাকি লৈ কলো,—"মোৰ যদি ভুল হোৱা নাই, মোক মাৰিবলৈ মোৰ পত্নীয়ে তোমাক ভাড়া কৰিছে, নহয় জানো?"

এইবাৰ মানুহজনৰ মুখত হাঁহি বিৰিঙি উঠিল। প্ৰথমবাৰৰ কাৰণে তেওঁক মই হঁহা দেখিলোঁ। হাঁহি হাঁহি তেওঁ ক'লে—"ঠিকেই ধৰিছা।" অলপ বৈ তেওঁ আকৌ সুধিলে—

: "তোমাৰ বয়স কিমান বাৰু?"

: "পচপন্ন বছৰ।" —মই উত্তৰ দিলো।

: "তোমাৰ পত্নীৰ বয়স?"

: "কিমান হ'ব আৰু, ২৭ / ২৮ বছৰৰ বেছি নহ'ব নিশ্চয়।"

: "ইমান বয়সৰ ব্যৱধানত এক স্থায়ী সম্বন্ধ জানো সম্ভৱ?"—মানুহজনে পিষ্টলটো নচুৱাই প্ৰশ্ন কৰিলে।

: "আমাৰ সম্বন্ধ যে স্থায়ী হ'ব নোৱাৰে সেই সম্পৰ্কে মোৰ মনত কোনো সন্দেহ নাছিল। তথাপি ভাবিছিলোঁ দুবছৰমান পিছতহে মোৰ পত্নী মোৰ পৰা আঁতৰি যাব। মাহে মাহে হয়তো মই কিছু ধন দিব লাগিব। মোৰ কিছু ধন নষ্ট হ'ব। কিন্তু এনেকৈ মৃত্যুৰ সন্মুখীন হ'ব লাগিব বুলি মই কেতিয়াও ভবা নাছিলোঁ। হিচাপত দেখিছো অলপ ভুল হৈ গল।" —মই উত্তৰ দিলোঁ।

: "তোমাৰ পত্নী অকল ধুনীয়াই নহয়, সম্পদ আৰু যৌৱনৰ লুভীয়াও। এই কথাটোৰ তুমি ইমানদিনে উমান ধৰিব লাগিছিল।" —মানুহজনে কলে।

তেওঁৰ হাতত থকা পিষ্টলটোলৈ মোৰ আকৌ এবাৰ চকু প'ল। সেইটোলৈ আঙুলিয়াই মই কলো—"ইয়াৰ আগতেও তুমি কেবাজনো মানুহ মাৰিছা, নহয় জানো?"

তেওঁ মাথোঁ মূৰ দুপিয়ালে।

: "অকল টকাৰ কাৰণে তুমি হত্যা কৰা বুলি মই নাভাবোঁ; মানুহক হত্যা কৰি তুমি নিশ্চয় এক মানসিক আনন্দ পোৱা।"

মানুহজনে আকৌ এবাৰ হাঁহিলে। হাঁহি হাঁহিয়ে কলে—"ভগৱানৰ সৃষ্টিৰ সকলোতকৈ বুদ্ধিমন্ত জীৱ মানুহ। মানুহক হত্যা কৰিলে এক প্ৰবল শক্তি যেন মোৰ হাতলৈ আহিছে এনে এটা ভাব হয়। এই কথা মই অৱশ্যে অস্বীকাৰ নকৰোঁ।"

: "তুমি মোৰ কোঠালৈ অহাৰ কেইবা মিনিটো সময় হল। এতিয়াও মই কিন্তু জীয়াই আছোঁ।" —মানুহজনক জুখিবৰ মনেৰে মই কলোঁ।

মোৰ কথা শেষ কৰিব নিদিয়াকৈয়ে মানুহজনে ক'লে—"তাত আচৰিত হ'বলগীয়া একো নাই। তুমি নিজে এজন খেলুৱৈ। তুমিতো জানাই বৰশীত মাছটো তোলাতকৈয়ো আগেয়ে খেলি থকা সময়খিনিতহে আনন্দ বেছি।"

মোৰ গিলাচটো আকৌ এবাৰ শেষ হৈছিল। এইবাৰ গিলাচত মদ ঢালি থাকোঁতে তেওঁক সুধিলোঁ—"মোৰ লগত এক পে'গ খোৱাত নিশ্চয় আপত্তিৰ কাৰণ নাই, নহয় জানো?

চমুকৈ তেওঁ উত্তৰ দিলে—"ধন্যবাদ।"

মোৰ হাতৰ ওচৰতে থকা গিলাছ এটাত মদ ঢালিবলৈ যাওঁতে তেওঁ কিন্তু আপত্তি কৰি উঠিল—"নাই সেইটোত নহয়।" মদৰ বটল থকা 'ছেলফ'ৰ গিলাছ এটালৈ আঙুলিয়াই ক'লে—"সেই গিলাছটোত মোক দিয়া।"

: কিয়, মই দিব খোজা গিলাছটোত বিহ থকা বুলি ভাবিছা নেকি? তুমি যে এনে ধৰণে আহি ওলাবা মই নিশ্চয় নাজানো। গতিকে হাতৰ ওচৰতে এটা বিহ থকা গিলাছ লৈ থাকিম বুলি ভাবিছা কিয়?

: "মই ঠিক তেনেকৈ ভবা নাই।" —মানুহজনে উত্তৰ দিলে। "কিন্তু মোৰ ব্যৱসায়ত পদে পদে সাৱধানতা অৱলম্বন কৰাৰ প্ৰয়োজন আছে।"

মদ গিলাছ তেওঁলৈ আগুৱাই দি সুধিলোঁ—"মোক হত্যা কৰাৰ সময়ত মোৰ পত্নী বাৰু ক'ত থাকিব?"

: "ক'ত থাকিব ঠিক মই কব নোৱাৰো। কিন্তু কৰবাত হেনো এটা পাৰ্টি আছে। গতিকে তোমাক হত্যা কৰাৰ সময়ত তোমাৰ পত্নী যে

তোমাৰ ওচৰত নাছিল সেই সম্পৰ্কে সাক্ষী দিবলৈ এক ডজনৰ কম মানুহ নোলাব।”

: “মোক হত্যা কৰাৰ ঘটনাটো বাৰু কি ভাবে দেখুৱাবা—চুৰি, ডকাইতি?” —মই সুধিলো।

: “এৰা তেনেকুৱাই।” —মানুহজনে উত্তৰ দিলে। “মই যোৱাৰ সময়ত দুই-এপদ বস্তু লৈ যাম যাতে পুলিছে আহি ভাবে যে ধনৰ লোভত তোমাক হত্যা কৰা হৈছিল।” মানুহজনে গিলাছৰ মদখিনি সোনকালেই শেষ কৰিলে। আমি দুয়ো মুখামুখিকৈ বহি আছিলো। খালি গিলাছটো তেওঁ সমুখৰ টেবুলত থৈ দিলে।

মই গিলাছটোত আৰু অলপমান মদ বাকী দিব বিচাৰোঁতে তেওঁ আপত্তি কৰি উঠিল—“নাই, আৰু নালাগে। ৰৰশীত গঠা মাছক লৈ খেলাবো এটা নিৰ্দ্দিষ্ট সময় আছে, সেইটো তুমি জানা ”

মই লক্ষ্য কৰিলোঁ মানুহজন অলপ চঞ্চল হৈ পৰিছে। বুজিলোঁ মোৰ হাতত আৰু বেছি সময় নাই। বাওঁফালৰ দেৱালত থকা পেইন্টিং-খনলৈ আঙুলিয়াই কলোঁ—“বৰ্ত্তমান বজাৰ মূল্যত সেইখন পেইন্টিঙৰ দাম ত্ৰিশ হেজাৰ টকাৰ কম নহ'ব।”

এক পলকৰ বাবে তেওঁৰ চকু পেইন্টিংখনলৈ গল। কিন্তু পিছ মুহূৰ্ত্তে চকু ঘূৰাই আনিলে আৰু কলে—“ত্ৰিশ হাজাৰ টকাৰ অঙ্কটো লোভনীয় সঁচা। কিন্তু তোমাৰ কোনো বস্তু মোৰ হাতত থাকক আৰু তাৰ ফলত মোৰ ডিঙিত চিপজৰী পৰক সেইটো মই হ'ব দিম বুলি ভাবিছা কিয়?”

: “মই সেইটো ভবা নাই।”—মই লাহে লাহে উত্তৰ দিলো।

মানুহজনৰ মুখত আকৌ এবাৰ হাঁহি বিৰিঙি উঠিল।

: “তোমাৰ জীৱনৰ বিনিময়ত মোক সেইখন আগবঢ়াইছা নেকি? সেই ধৰণে ভাবি একো লাভ নাই। আমি কিছুমান ব্যৱসায়িক নীতি-নিয়ম মানি চলোঁ। কাবোবাৰ পৰা কিবা এটা কাম কৰিম বুলি ধন ল'লে কেতিয়াও বিশ্বাসঘাটকতা নকৰোঁ।”

: “পেইন্টিংখনৰ কথা বাৰু বাদেই দিলো। কিন্তু পেইন্টিংখনৰ পিছফালে

থকা বিশেষ লকাৰটোত এক লাখৰো অধিক ধন আছে। দুই-এপদ বহুমূলীয়া সম্পদো আছে। মোৰ হত্যাৰ ঘটনাটো ডকাইতি হিচাপে দেখুৱাবলৈও সেইখিনি তোমাৰ কামত আহিব। চাবা নেকি?" — এইবুলি পোনচাটে মোৰ সন্মুখত থকা গিলাছটো হাতত লৈ ছেফ'টো খুলি গিলাছটো ভিতৰত থৈ ছেফ'টো বন্ধ কৰি মই আকৌ আগৰ ঠাইলৈ উভতি আহিলো।

এইবাৰ মানুহজনৰ মুখত খং আৰু বিৰক্তিৰ ভাৱ স্পষ্ট হৈ উঠিল। খঙতে তেওঁ ক'লে—"কি হ'ল। ছেফ'টো খুলিলা আৰু বন্ধ কৰি আহিলা যে? টকা আৰু বস্তুকেইপদ নানিলা দেখোন। ইয়াৰ পৰা কি লাভ হ'ল?"

: "লাভ নিশ্চয় হৈছে বন্ধু।" মই লাহেকৈ কলোঁ—"তোমাৰ আঙুলিৰ চাপ থকা গিলাছটো মই ছেফ'টোৰ ভিতৰত থৈ আহিবলৈ সময় পালোঁ।"

তেওঁৰ সন্মুখত থকা গিলাছটোলৈ চাই তেওঁ ক'লে—"মিছা কথা, তুমি তোমাৰ গিলাছটোহে ভিতৰত থৈ আহিছা। এয়া মোৰ গিলাছটো দেখোন মোৰ সমুখতে আছে। সেইটো গিলাছ মোৰ নহয়।"

মই নিজে এইবাৰ বৰ আত্মবিশ্বাসৰ হাঁহি এটা মাৰিলো। "সেইটো তোমাৰ গিলাছ আছিল বন্ধু। মই মাথোঁ ভাবিছো পুলিছে যেতিয়া মোৰ হত্যাকাণ্ডৰ অনুসন্ধান কৰিবলৈ আহিব তেতিয়া ছেফ'টো নিশ্চয় খুলি চাব। ছেফ টো নোখোলাকৈ মোৰ হত্যাটো ডকাইতি হয় নে নহয় তেওঁলোকে বাৰু কেনেকৈ বিচাৰ কৰিব? ছেফ'ৰ ভিতৰত খালি মদৰ গিলাছটো দেখিলে তেওঁলোকে নিশ্চয় আঙুলিৰ চাপ লব। তোমাৰ দৰে এজন ব্যৱসায়িক হত্যাকাৰীৰ চাপ পুলিছৰ তাত নাই বুলি মই নাভাবোঁ। তোমাৰ আঙুলিৰ চাপ গিলাছটোত পালে তুমি নিশ্চয় বহু প্ৰশ্নৰ উত্তৰ দিব লাগিব।"

: "সেইটো হব নোৱাৰে। তুমি মিছা কথা কৈছা। মই মোৰ সমুখৰ পৰা চকু এবাৰো আঁতৰ কৰা নাই। সেইটো তোমাৰ গিলাছ, মোৰ নহয়।"—মানুহজনৰ কথাত যে সন্দেহৰ ভাব জাগি উঠিছে সহজেই ধৰিব পাৰিলোঁ।

: "অলপ সময়ৰ কাৰণে হলেও তুমি হুবাৰবো ৰেছি সেই পেইন্টিং-খনৰ পিনে তোমাৰ চকু আঁতৰ কৰিছিলা। তুমি নিশ্চয় জানা যে তাচৰ পাতত মোৰ আঙুলি বৰ সঘনাই চলে, গতিকে পিলাছ হুটাৰ ঠাই সলাবলৈও মোৰ বেছি সময় নিশ্চয় নালাগে।"

এক মুহূৰ্ত্তৰ কাৰণে হ'লেও মানুহজনৰ চকু আকৌ এবাৰ পেইন্টিং-খনলৈ গ'ল। মই দেখিলোঁ তেওঁৰ মুখত এইবাৰ ঘাম বিৰিঙি উঠিছে।

তেওঁ লাহে লাহে কলে,—"নাই, সেইটো অসম্ভৱ।"

: তুমি যদি তেনেকৈ ভাবি আনন্দ পোৱা মোৰ কবলৈ একো নাই। অলপ সময় পিছতে তোমাৰ পিষ্টলৰ গুলিত মোৰ মৃত্যু হ'ব। বিশেষ কোনো কষ্ট নোপোৱাকৈয়ে মই মৰিম, কিন্তু তোমাৰ ক্ষেত্ৰত মাহৰ পিছত মাহ জে'লৰ কোঠাত বেড়িয়া তুমি মৃত্যুদণ্ডৰ অপেক্ষা কৰি থাকিবা তেতিয়া তোমাৰ মানসিক অৱস্থা কি হব বাৰু? তিলতিল বটি লগাই কাঁচি দিয়াটো সকলোতকৈ কষ্টকৰ শাস্তি হেনো।"

মানুহজনে এইবাৰ চিঞৰি উঠিল,—ছেফ'টো খোলা, নহলে মই তোমাক হত্যা কৰিম।

মই লাহে লাহে উত্তৰ দিলোঁ—"তুমি মোক হঁহুৱালা। ছেফ'টো খুলিলেও তুমি হত্যা কৰিবা, নুখুলিলেও হত্যা কৰিবা। গতিকে ভয় দেখুৱালে ছেফ'টো খুলিম বুলি ভাবিছা কিয়?

মানুহজনে নিজেই এইবাৰ গৈ ছেফ'টো খুলিবলৈ যত্ন কৰিলে। মই দূৰৈৰ পৰাই মাত দিলো—'এই ছেফ'টো বিদেশী প্ৰতিষ্ঠান এটাই তৈয়াৰ কৰা। কম্বিনেচনটো নাজানিলে যন্ত্ৰপাতিৰ সহায় নোলোৱাকৈ ইয়াক খুলিবৰ চেষ্টা কৰাটো একেবাৰে অৰ্থহীন চেষ্টা।"

মানুহজন এইবাৰ আগৰ ঠাইলৈ আহি ৰহিল। আধা মিনিটমান সময় মনে মনে থৈ ক'ল—"তুমি পিলাছটোৰে কি কৰিম বুলি ভাবিছা বাৰু?"

: "সেই সম্পৰ্কে মোৰ এটা পৰিকল্পনা আছে। পিলাছটো মই এখন চিঠিৰে সৈতে এটা বেঙ্কৰ ছেফ্‌ ডিপজিট লকাৰত থৈ দিম। চিঠিতে বেছকৈ এই নিৰ্দ্দেশো থাকিব যাতে মোৰ অস্বাভাবিক মৃত্যু হলে পুলিচক

মেৰুটো আৰু চিঠিখন সম্পৰ্কে যেন জনোৱা হয়।"

মানুহজনে এইবাৰ মোৰ মুখলৈ চাই এটা হুমুনিয়াহ কাঢ়ি ক'লে,—"সুইবোৰৰ কোনো প্ৰয়োজন নহ'ব। মই এতিয়া যাওঁ আৰু মই কথা দিছো ভৱিষ্যতে কোনোদিনে তোমাৰ ওচৰলৈ আৰু নাহোঁ।"

সুৰ জোকাৰি মই কলো,—"মই কিন্তু মোৰ পৰিকল্পনা মতেই কাম কৰিবলৈ ভাল পাম। এই গিলাছটো মোৰ ভৱিষ্যতৰ ৰক্ষা-কবচ।"

মানুহজনে এইবাৰ কঠোৰ ভাবে ক'লে—"তুমি পাহৰি গৈছা কিয় যে মই ইয়াৰ পৰা গুচি যোৱাৰ পিছতো তোমাৰ পত্নীয়ে আন কাৰোবাক তোমাক হত্যা কৰিবলৈ নিয়োগ কৰিব পাৰে। টকা পালে এইখন চহৰত এনে কাম কৰিবলৈ মানুহৰ অভাৱ নাই, বুজিছা। ফলত তুমিও মৰিবা আৰু পুলিচৰ হাতত চিঠিখন আৰু গিলাছটো পৰিলে মই বিনাদোষত ফাঁচিকাঠত ওলমিব লাগিব।"

: "মই সেইটো নভবা নহয়। কিন্তু তাৰো উপায় আছে।" —লাহে লাহে মই কলো।

: "উপায় ?" —মানুহজনে এইবাৰ মোৰ মুখলৈ চাই আৰু কিবা ক'ব খুজি থমকি ৰ'ল। মই ধৰিব পাৰিলো, লাহে লাহে তেওঁ যেন মোৰ কথা ধৰিব পাৰিছে।

তেওঁ একো নমতা দেখি মই ক'লো,—"মোৰ পত্নী যি পাৰ্টিলৈ গৈছে সেই ঘৰৰ ঠিকনাটো মই জানো। এতিয়াও বজাত সেই পাৰ্টি ভাঙিব।"

"ঃ তুমি কিয় ভাবিছা যে মই তোমাৰ কথাত তোমাৰ পত্নীক হত্যা কৰিম।" —মানুহজনে খঙতে চিঞৰি উঠিল।

ঃ "কি কৰা নকৰা সেইটো তোমাৰ কথা। কিন্তু মোৰ পত্নীৰ কিবা এটা হোৱাটো মোতকৈও তোমাৰ কাৰণেহে বেছি প্ৰয়োজন। নহলে বিনাদোষত ভৱিষ্যতে তুমিয়েই ফাঁচিকাঠত ওলমিব লাগিব পাৰে।"

মই ঠিকনাটো মানুহজনক কলো। মানুহজন এইবাৰ লাহে লাহে খোলাটোৰ পৰা যাবলৈ ওলাল। কিন্তু দুৱাৰমুখৰ পৰা উভতি আহি তেওঁ মোক সুধিলে—"এতিয়া বজাত তুমি ক'ত থাকিবা ?"

: "সেই বিষয়ে তুমি ভাবিব নালাগে।" —মই উত্তৰ দিলো। "এবাৰ খজাত মই মোৰ ক্লাবত থাকিম। আৰু যেতিয়া মোৰ পত্নীৰ গুলিৰ আঘাতত মৃত্যু হোৱা খবৰটো আহিব তেতিয়া অন্ততঃ মোৰ এক ডজন বন্ধুৱে সাক্ষী দিব যে সেই সময়ত মই ক্লাবত অইন দিনাৰ দৰে তাচ খেলি আছিলো।"

মানুহজনে অলপ থমকি ৰৈ ক'লে,—"মোৰ কৌতুহল গুচাবলৈ মই বাৰু তোমাক আৰু এটা প্ৰশ্ন সুধিব পাৰোঁনে? তুমি তোমাৰ পত্নীক ভাল পোৱানে?"

মই মোৰ টেবুলত থকা ধুনীয়া বগা মাৰ্বল পাথৰৰ মূৰ্তিটো হাতত লৈ ক'লো,—"এসময়ত এই মূৰ্তিটো মোৰ ভাল লাগিছিল। এইটো বহু টকা দি কিনিছিলোঁ। কিন্তু এইটো দেখিলেই এতিয়া বিৰক্তি লাগে। এইটোৰ ঠাইত এটা নতুন লম। নতুন মূৰ্তিটোৰো বাচনি কৰি থৈছো।"

মানুহজন এইবাৰ লাহে কোঠাটোৰ পৰা ওলাই গ'ল। মহো ক্লাবলৈ যাবলৈ সাজু হ'লো। কিন্তু যোৱাৰ আগেয়ে মোৰ আন এটা কাম আছিল। মই হেঁফটো আকৌ এবাৰ খুলিলোঁ আৰু মোৰ সন্মুখত থকা গিলাচটো সাৱধানেৰে এখন কমালেৰে ধৰি ছেফ'টোত থলো আৰু ইমান সময় ছেফ'টোত থকা গিলাচটো উলিয়াই ধুই পেলালো।

সকলোখিনি যদি সুকলমে ঘটি উঠে ক্লাবৰ পৰা আহি মই ছেফ'ত থোৱা গিলাচটোও ধুই পেলাব লাগিব, কাৰণ মানুহজনৰ লগত মোৰ সম্বন্ধ থকাৰ কোনো চিন মই ৰাখিব পাৰোঁ জানো?

—x—

## চাহাবৰ ট্ৰাইও

জজ কমোৰিনে প্ৰথম শ্ৰেণীৰ ডবাটোত খিৰিকীৰ কাষৰ চিট এখনত আৰামেৰে বহি লৈ "আইৰিচ টাইম্‌চ্‌ৰ" প্ৰথম পাতটোৰ হেডলাইন-বোৰত এবাৰ চকু ফুৰাই কাগজখন ভাজ কৰি সমুখৰ টেবুলখনত থৈ দিলে। ডাব্‌লিনৰ পৰা ট্ৰালীলৈ চাৰিঘণ্টা সময়চোৱাত কাগজখন পঢ়িবলৈ যথেষ্ট সময় পোৱা যাব। এই চাৰিঘণ্টা সময় কটোৱাটো বৰ টান। গতিকে পোনচাটেই কাগজখন পঢ়ি শেষ কৰি লাভ কি? তেওঁ বাহিৰলৈ চালে। ৰেল এবাৰ আগমুহূৰ্ত্তত কিংচ্‌ব্ৰিজ ষ্টেচনত সদায়ে ঘটা দৃশ্যৰ সেইদিনাও কোনো পৰিবৰ্ত্তন হোৱা নাই। ষ্টেচনত মানুহৰ সংখ্যা পাতল। তেতিয়ালৈকে তেওঁৰ ডবাটোত কোনো যাত্ৰী উঠা নাই। জজ কমোৰিন সক চহৰ ট্ৰালীলৈ কেইটামান মোকৰ্দমাৰ বিচাৰৰ কাৰণে যাবলগীয়া হৈছে। কেইমাহমানৰ মূৰে মূৰে তেওঁ এনেকৈ যাবলগীয়া হয়। ৰেল ভ্ৰমণৰ বিৰক্তিকৰ সময়খিনি বাদ দিলে ট্ৰালীলৈ যাবলৈ তেওঁৰ বেয়া নালাগে। সক চহৰ ট্ৰালীত মোকৰ্দমাবিলাকৰ বিশেষ জটিলতা নাথাকে। ডাব্‌লিনৰ কামৰ হেচাৰ পিচত এই ভ্ৰমণ কিছু অৱসৰ বিনোদনৰ দৰেই হয়। আজিও কমোৰিনৰ ব্ৰীফকেচটোত ডাব্‌লিনৰ এটা জটিল মোকৰ্দমাৰ কাগজ-পত্ৰবোৰ আছে। ট্ৰালীৰ পৰা উভটি আহিয়ে মোকৰ্দমাটোৰ নিস্পত্তি কৰিব লাগিব। ৰেলতে পাৰিলে এবাৰ কাগজখিনিত চকু ফুৰোৱাৰ ইচ্ছা জজ কমোৰিনৰ আছে। তেওঁ মনে মনে ভাবি আছে আন কোনো যাত্ৰীয়ে ডবাটোত উঠি তেওঁক বিৰক্ত নকৰিলেই ৰক্ষা। অন্ততঃ এতিয়া-লৈকে কোনো যাত্ৰী উঠা নাই।

সাধাৰণতে মানুহে যি ভাবে তাৰ ওলোটাটোহে হয়। জজ কমোৰিনৰ ক্ষেত্ৰটো সেয়ে ঘটিল। কোনো মানুহ চুঠক বুলি ভবাৰ লগে লগে ডবাটোৰ দুৱাৰখন মেল খালে আৰু এজন মানুহে এটা সক বেগ লৈ সোমাই

আছিল। মানুহজনে বেগটো ওচৰতে থৈ সমুখৰ চকীখনত বহি পৰিল। কমোৰিনৰ পাৰিলে মানুহজনৰ লগত কথাপাতি সময় নষ্ট কৰাৰ ইচ্ছা নাই। কিন্তু সমুখত মানুহ এজন বহিলে তেওঁৰ পিনে নোচোৱাকৈও থাকিব নোৱাৰি। কমোৰিনে মানুহজনক লক্ষ্য কৰা নাই তেনে ভঙ্গী কৰি তেওঁৰ পিনে এবাৰ চকু ফুৰালে। মানুহজন চুটি-চাপৰ, পোছাক-পৰিচ্ছদ সাধাৰণ, মূৰত পাতল জপৰা চুলি। চাৰিজন মানুহৰ মাজত থাকিলেও তেওঁক মনত ৰখাৰ কোনো সম্ভাৱনা নাই। মানুহজনৰ চকু দুটাত করুণ অসহায় ভাব। কাৰো চকুত চকু ৰাখি যেন তেওঁ কথা হব নোৱাৰিব। কমোৰিনে ভাবিলে, নিশ্চয় কোনোবা অফিচৰ কেৰাণী নাইবা ব্যৱসায় প্ৰতিষ্ঠানৰ মজলীয়া কৰ্মচাৰী। মানুহজনত চকু ফুৰাই কমোৰিনে আকৌ খিৰিকীৰে বাহিৰলৈ চালে। বাহিৰত তেতিয়া গাৰ্ডে হুইচেল বজাই ৰেলখনৰ যাত্ৰা আৰম্ভ কৰিবলৈ নিৰ্দেশ দিছে। ইঞ্জিনটোৱেও এটা দীঘল উকি মাৰি লাহে লাহে যাত্ৰা আৰম্ভ কৰিছে। জজ কমোৰিনে টেবুলত থকা কাগজ-খনত চকু ফুৰাও বুলি হাতত লৈছেহে মাথোন এনেতে এজন শকত মানুহ দৌৰি আহি কোনোমতেহে দুৱাৰখন খুলি কোপাই-জোপাই কম্পাৰ্ট-মেণ্টটোৰ চুকত বহি পৰিল। এইবাৰ জজ কমোৰিন আৰু তেওঁৰ সহযাত্ৰী দুয়োৰে চকু আগন্তুক যাত্ৰীজনৰ ওপৰত পৰিল। যাত্ৰীজন শকত-আৱত, মুখখনত নিৰীহ ভাৱ এটা। তেওঁ যে এজন ধৰ্মযাজক পোছাকৰ পৰাই সেইটো সহজে অনুমান কৰিব পাৰি। যাত্ৰীজনলৈ এবাৰ চকু ফুৰায়ে কমোৰিনে কাগজখন থৈ আকৌ বাহিৰলৈ চকু দিলে। আয়াৰলেণ্ডৰ হলেও তেওঁ ইংৰাজী কায়দাত ডাঙৰ হোৱা মানুহ। কোনোবাই পৰিচয় কৰি নিদিলে অচিনাকী মানুহৰ লগত কথোপকথন আৰম্ভ কৰাত তেওঁ অকণো আগ্ৰহী নহয়।

কিন্তু কমোৰিনৰ সমুখত বহা মানুহজনৰ এনেবোৰ আদৰ-কায়দালৈ ভ্ৰূক্ষেপ নাই। ধৰ্মযাজকজনৰ পিনে চাই তেওঁ মাত লগালে—

"আপুনি ভাল বিপদৰ বোজা লৈ চলন্ত ৰেলখনত উঠিল কাদাৰ।"

"সকলো প্ৰভুৰ ইচ্ছা। তেৰাৰ দয়া থাকিলে কোনো বিপদ নহয়।" ধৰ্মযাজকজনে উত্তৰ দিলে।

কমোবিনে ছুয়োজনৰ কথোপথনৰ প্ৰতি কোনো আগ্ৰহ নেদেখুৱাই বাহিৰলৈ চাই ব'ল। ৰেলখনৰ গতিবেগ তেতিয়া বাঢ়িবলৈ লৈছে। ডাব্লিনৰ পশ্চিম উপকণ্ঠ অঞ্চলৰ ইঞ্জিনৰ ধোৱা লাগি লাগি ক'লা হোৱা ঘৰবোৰ এটা এটাৰ পিচত এটাকৈ তেওঁৰ চকুৰ আগেদি পাৰ হ'ল। তেওঁ আকৌ এবাৰ কাগজখনত মনোনিবেশ কৰিলে।

কাগজখনৰ প্ৰথম বাতৰিটো প্ৰধানমন্ত্ৰী এমন ডা ভেলেৰাৰ আগদিনা কৃষিমন্ত্ৰীয়ে কৰা আলুৰ দৰ সম্পৰ্কে এটা ঘোষণাৰ সমৰ্থন সম্পৰ্কে। একে-বাৰে তলৰ পিনে এটা সৰু বাতৰি জজৰ চকু পৰিল। হিটলাৰ নামৰ কোনোবা এজনে হেনো অষ্ট্ৰিয়া অধিকাৰ কৰিছে। কমোৰিনে মনে মনে ভাবিলে যে সম্পাদকজনৰ কোনটো বাতৰিত কেনে গুৰুত্ব দিব লাগে সেই সম্পৰ্কে সম্যক ধাৰণা আছে। আন বিশেষ আকৰ্ষণীয় খবৰ নেদেখি তেওঁ কাগজখন থৈ ব্ৰীফ্‌কেচৰ পৰা ডাব্লিনৰ জটিল মোকৰ্দমাটোৰ কাগজ-খিনি উলিয়াই ললে। ৰেলখনে ইতিমধ্যে চহৰ অঞ্চল অতিক্ৰম কৰিছে। বাহিৰত ছুয়োফালে সেউজীয়া ঘাঁহনি পথাৰবোৰ দেখা গৈছে।

জজ কমোৰিনে কাগজখিনি হাতত লৈছেহে মাথোন সমুখৰ সহযাত্ৰীজনে তেওঁলৈ চাহেকৈ মাত লগালে, "চাৰ"। মানুহজনৰ চাৱনিৰ অসহায় ভাবটোৰ দৰে মাত আৰু কথা কোৱা ভঙ্গীও একে ধৰণৰে। কমোৰিনে ভাবিলে তেওঁ মোকৰ্দমাৰ কাগজ পঢ়াৰ যি আশা কৰিছিল সি মিছা হ'ল। তেওঁ সহযাত্ৰীজনৰ মুখলৈ চালে।

"চাৰ। টেবুলখনৰ এটা অংশ ব্যৱহাৰ কৰিবলৈ মই আপোনাৰ অনুমতি পাব পাৰোনে?"

"নিশ্চয় নিশ্চয়। ইয়াত অনুমতি দিয়া বা নিদিয়াৰ কি প্ৰশ্ন থাকিব পাৰে?"

"ধন্যবাদ চাৰ।"

মানুহজনৰ কথাৰ পৰা কমোৰিনৰ ধাৰণা হ'ল যে নিশ্চয় তেওঁ আয়াৰলেণ্ডৰ দক্ষিণ-পশ্চিম অঞ্চলৰ বাসিন্দা হ'ব। মানুহজনে কথা পাতিব নোখোজা দেখি সকাহ পাই তেওঁ এইবাৰ আকৌ হাতত লোৱা কাগজ-বোৰত চকু ফুৰোৱাত লাগিল। এবাৰ কেৰেটীয়াকৈ চাই দেখিলে মানুহজনে

জেপৰ পৰা এযোৰ পুৰণি আধা পৰিষ্কাৰ তাচ উলিয়াই পেচেঞ্চ খেলিবলৈ আৰম্ভ কৰিছে।

কমোৰিনে কিমান সময় কাগজখিনিত মনোনিবেশ কৰিছিল কব নোৱাৰে। হঠাত সহযাত্ৰীজনৰ মুখৰ পৰা ওলোৱা এটা শব্দত তেওঁৰ চকু মানুহজনলৈ গ'ল। সহযাত্ৰীজনে দুপাৰি দাঁতৰ মাজেদি জিভাখন উলিয়াই গভীৰ তন্ময়তাৰে সমুখৰ তাচপাত কেইখিলালৈ চাই আছে। জিভা আৰু দাঁতৰ মাজেদি তেওঁৰ যে সুহুৰি বজোৱাৰ দৰে শব্দ এটা ওলাইছে তাৰ প্ৰতি কোনো লক্ষ্য নাই। মানুহজনে ঠিকমতে তাচ কেইপাত সজাব পৰা নাই। ইস্কাপনৰ দহ খনৰ তলত হৰতনৰ ন খন থলেই হয়। কিন্তু সমুখত দুয়োখন তাচ পৰি থকা সত্ত্বেও সেইটো ধৰিব পৰা নাই। খেলিব নাজানিলে মোৰনো কি বুলি ভাবি কমোৰিনে আকৌ কাগজখিনিত মন দিবলৈ চেষ্টা কৰিলে।

কিন্তু তাচ খেলা লোকৰ প্ৰতি তাচ পাতৰ এটা সন্মোহনী শক্তি আছে। জজ কমোৰিনেও সদায় সদায় সক্ৰিয়া ক্লাবত তাচ খেলে। অনিচ্ছাসত্ত্বেও অলপ সময় পিচত কমোৰিনৰ চকু আকৌ এবাৰ তাচ কেইখিলাত পৰিল। মানুহজনে দহ খনৰ তলত ন খনটো থোৱা নায়েই, ইস্কাপনৰ চাহাবটো থবলৈ খালিঠাই থকা সত্ত্বেও তাৰ সদ্ব্যৱহাৰ কৰা নাই। কমোৰিনৰ অলপ খঙেই উঠিল। তাচখেলত কোনোবাই সাধাৰণ ভুল কৰিলে তেওঁ বৰ টান পায়। মানুহজনৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ তেওঁ লাহেকৈ কাহ এটা মাৰিলে। লগে লগে সহযাত্ৰীজনে তেওঁৰ মুখলৈ চালে।

চাহাবটোলৈ আঙুলিয়াই কমোৰিনে কলে, "চাহাবটো সেই খালি ঠাইখিনিত নথয় কিয়?" মানুহজনে তাচ কেইপাতলৈ চাই চাহাবটো কমোৰিনে কোৱা ঠাইত থলে। তাৰ পিচৰ পাতটো ৰাণী ওলাল। চাহাবৰ তলত ৰাণীখন থোৱাত আৰু কেইখিলামান পাত সজোৱাত মানুহজনৰ অসুবিধা নহ'ল। কিন্তু অলপ পিচতে মানুহজন পুনৰ থমকি ৰ'ল। দহৰ তলত ন খন থলেই খেলখন সহজে শেষ কৰিব পাৰে, কিন্তু মানুহজনৰ সেইটো চকুত পৰা নাই। তেওঁ জজৰ মুখলৈ চাই কলে—

"ইয়াৰ পিচত আৰু যোধকৰো পাত সজোৱাটো সম্ভৱ নহয়।"

“কিন্তু, দহৰ তলত ন খন থওকচোন, গোটেই কেইখিলা পাত মিলি যাব।” কমোবিনে কলে।

মানুহজনে নিজৰ ভুলটো বুজি লজ্জিত হ'ল। দহৰ পিচত ন খন থোৱাত খেলখন সহজতে শেষ হ'ল। তেওঁ কিবা যেন অসম্ভৱহে সাধনা কৰিলে তেনে ভাব দেখুৱাই কলে—

“মই আজিলৈকে পোচেঞ্চ খেলত এবাৰো সকলোখিনি তাচ মিলাব পৰা নাছিলো। আপোনাৰ কাৰণেহে এইটো সম্ভৱ হ'ল। ধৰ্মাৱতাৰৰ দেখিছো তাচপাতৰ প্ৰখৰ জ্ঞান আছে।”

ধৰ্মাৱতাৰ বুলি কোৱাত কমোবিনৰ সন্দেহ হ'ল মানুহজনে তেওঁক ন্যায়াধীশ বুলি জানে নেকি? পিচ মুহূৰ্ত্তত বুজিলে নাই সেইটো নহয়। আমাৰদেশত সাধাৰণতে সন্মানিত লোকৰ প্ৰতি ধৰ্মাৱতাৰ শব্দটো ব্যৱহাৰ কৰা হয় কাৰণে তেনেকৈ সম্বোধন কৰিছে। অলপ নম্ৰতা দেখুৱাই তেওঁ উত্তৰ দিলে—“নাই নাই। তেনে একো নহয়।”

ব্যক্তিগত ভাবে অৱশ্যে কমোবিনে নিজকে বৰ ভাল তাচ খেলুৱৈ বুলি বিশ্বাস কৰে। তেওঁৰ মতে আইনজীৱিৰ বিশ্লেষণী মন, সঠিক সিদ্ধান্তত উপনীত হব পৰাৰ ক্ষমতা আৰু স্মৰণশক্তি থাকিলে ভাল তাচ খেলুৱৈ হব পাৰি। এই তিনিওটা গুনেই নিজৰ প্ৰভুত পৰিমাণে আছে বুলি কমোবিনৰ দৃঢ় বিশ্বাস। তাচ খেলি থাকোতে তেওঁলোক দুয়ো লক্ষ্যই কৰা নাছিল যে ইতিমধ্যে ধৰ্মযাজকজনেও তেওঁলোকৰ ওচৰত বহি পৰিছে। বহাটোৱে স্বাভাৱিক। ঘণ্টাৰ পিচত ঘণ্টা অকলে একো নকৰাকৈ সময় কটোৱা কিমান বিৰক্তিকৰ সেইটো সকলো ৰেলযাত্ৰীয়ে জানে।

মানুহজনে ইতিমধ্যে তাচ পাতবোৰ জাপ কৰি তিনিখন তিনিখন পাত সন্মুখত থৈ ক্লাচ খেলিলে কেনে তাচ পালেহঁতেন চোৱাত লাগিল। অলপ পিচতে বিৰক্তিতে তাচবোৰ থৈ কলে—“ট্ৰাম্প পাবলৈ এতিয়াও বেচ কেইখনমান আছে।” জজ কমোবিনৰ এতিয়া ঠিক মনত নাই ক্লাচ খেলা কথাটো কোনে প্ৰথমতে উলিয়াইছিল, তেওঁ নে সহযাত্ৰীজনে। কিন্তু অলপ পিচতে দুয়ো তিনিখনকৈ পাত বিলাই কোনে ভাল পাত

পাব হোৱাত লাগি গ'ল। পাচ বাবৰ ভিতৰত চাবিবাৰেই কমোবিনৰ হাতত ভাল পাত পৰিল। ইতিমধ্যে দুয়োৰে ভিতৰত কথা-বতৰাৰ আদান প্রদান হোৱাত দুয়ো দুয়োৰে নামও জানিব পাৰিছে। জজে অৱশ্যে তেওঁ যে ন্যায়াধীশ সেইকথা নকৈ মাত্র নামটোহে কৈছে। সহযাত্রীজনৰ নাম মাৰ্টিন। কেইখেলমান হৈ যোৱাৰ পিচত সহযাত্রীজনে কলে, "কোনে কেইখেল জিকিলো মই পাহৰিলোৱে চাব। আপোনাৰ যি প্রখৰ স্মৰণশক্তি আপোনাৰ নিশ্চয় মনত আছে।"

"অ মই মনত ৰাখিছো। মই পাচবাৰ জিকিছো আৰু তুমি মাত্র এবাৰ জিকিছা।"

কমোবিনে অনুভৱ কৰিছে এই বিৰক্তিকৰ সময়খিনিত তাচজোৰ বাকৈয়ে কামত আহিছে।

"ৰবা, সময় কটাবলৈ খেলখন আৰু অলপ আকৰ্ষণীয় কৰো" বুলি কৈ কমোবিনে ত্রীককেচটোৰ পৰা এটা জুইশলাৰ বাহ উলিয়ালে। প্রাতঃ ভোজন আৰু ৰাতিৰ ভোজনৰ পিছত একোটাকৈ হাভানা চিগাৰ খোৱা তেওঁৰ অভ্যাস। জুইশলাৰ বাহটো সেইকাৰণে লগত থাকেই। তেওঁ জুইশলাটোৰ পৰা ৬০ ডাল কাঠি উলিয়াই ৩০ ডাল নিজে ৰাখি বাকী ৩০ ডাল সহযাত্রীজনক দিলে।

"মোৰ ভাল পাত আহিলে তুমি মোক এডাল কাঠি দিবা আৰু তোমাৰ আহিলে মই দিম। তেতিয়া কোনে কেইবাৰ জিকিছো হিচাপ ৰখাত সুবিধা হব।"

দুয়ো জুইশলাৰ কাঠিৰে কেইখেলমান খেলিলে। কিন্তু অলপ পিছতে দুয়োৰে বিৰক্তি উপজিল। দুজনে 'ব্লাচ" খেলিলে বিৰক্তি ওপজাতো স্বাভাৱিক। কিস্তাৰ চহৰ এবাৰ পিছত মাৰ্টিনে ধৰ্মযাজকজনক কলে— "ফাডাৰ, আমাৰ দুজনৰ মাজত খেল জমা নাই। আপুনি আমাৰ লগত যোগ নিদিয়ে কিয়?

ধৰ্মযাজক জনে তেওঁৰ মঙহাল মুখখনত এটা বহল হাঁহি মাৰি কলে "কিন্তু মই যে আপোনালোকে খেলা খেলটোৰ একো নাজানোৱেই। বহুদিন আগেয়ে সকতে এবাৰ তাচপাত চুইছিলো। পাহৰেই গিলা মাখো চিনি পাও।"

"পাতকেইখিলা টিনি পালেই হ'ল। এই খেলাটো একো টান নহয়।" জজ কমোৰিনে মাত লগালে। "দেখিছেই নহয়, আমি তিনিখনকৈ পাত লৈছো। যিজনৰ পাত ভাল সেইজনে সিমানেই বেছি বাজী ধৰিব। পাতৰ ভাল-বেয়া কিহৰ ওপৰত নিৰ্ভৰ কৰে সেইটো মই আপোনাক বুজাই দিও।"

"আপোনালোকে বাজী ধৰি খেলিছে যদি মই তাত যোগ দিয়াটো উচিত নহব বুলি বিবেচনা কৰো।" —ধৰ্মযাজকজনে উত্তৰ দিলে।

"চাওক আমি পইচাৰে বাজী ধৰা নাই নহয়। জুইশলাৰ কাঠিৰেহে খেলিছো। ইয়াক আকৌ বাজী ধৰি খেলা বুলি কয় নেকি?" ধৰ্ম-যাজকজনৰ আপত্তি যে অৰ্থহীন মাৰ্টিনে সেইটো সদৰি নিয়াৰ চেষ্টা কৰিলে।

ধৰ্মযাজকজন তথাপিও সন্তুষ্ট নহল। "খেলত কিবা চল-চাতুৰি বা কপট আচৰণ কৰা হয় নেকি?"

"নাই, নাই, তেনে কৰাৰ প্ৰশ্নই নুঠে। আপোনাক তাচকেইখিলাৰ মূল্য বুজাই দিলেই আপুনি সকলো কথা বুজি পাব।" জজ কমোৰিনে এইবাৰ ব্ৰীফকেচৰ পৰা কাগজ এখন লৈ কাগজে-কলমে ধৰ্মযাজকজনক "ক্লাচ" খেল শিকোৱাত লাগি গ'ল। তেওঁ তাচজোৰৰ পৰা তিনিটা টকা উলিয়াই ধৰ্মযাজকজনক কলে—"ক্লাচ খেলৰ সকলোতকৈ মূল্যবান পাত হৈছে এই টকা তিনিটা। ইয়াক trio বোলে। ইয়াৰ পিছতে চাহাব তিনিটা, বাণী তিনিটা এনেকৈ trio বোৰ সকলোতকৈ মূল্যবান।"

কমোৰিনে কাগজখিলাত ১ নম্বৰত একেসংখ্যাৰ তিনিখন তাচপাত বুলি লিখিলে। "ইয়াৰ পিছতে আছে 'ৰানিং ক্লাচ'। তিনিখন একেধৰণৰ তাচপাতকে 'ৰানিং ক্লাচ' বোলে, যেনে ইস্কাপনৰ বাণী, চাহাব আৰু টকা।" কমোৰিনে ধৰ্মযাজকজনক বুজোৱাৰ লগতে কাগজখিলাতো লিখি দিলে।

এনেকৈ কমোৰিনে ক্লাচ খেলত কোনবিধ তাচপাত আন তাচপাতকৈ মূল্যবান বুজাই কাগজখিলা ধৰ্মযাজকজনৰ হাতত দিলে। ধৰ্মযাজকজনেও দুই এটা প্ৰশ্ন সোধাৰ পিছত কমোৰিনক সুধিলে—"খেলৰ সময়ত মই কাগজখন চাব পাৰিমনে?"

"নিশ্চয়, নিশ্চয়। তাত কোনো আপত্তি থাকিব নোৱাৰে।" মাৰ্টিনে উত্তৰ দিলে।

"এৰা আপোনালোকে যদি মই অংশগ্ৰহণ কৰিলে সন্তোষ পায়, মই বা আপত্তি কৰো কিয়? মইতো কোনো বাজী ৰাখি খেলা নাই।"

ধৰ্মযাজকজনে খেলিব মান্তি হোৱাৰ লগে লগে কমোৰিনে জুইশলাৰ কাঠিকেইটা তিনিভাগ কৰি এটা ভাগ নিজে ৰাখি আন দুটা ভাগ সহযাত্ৰী দুয়োজনলৈ আগবাই দিলে। প্ৰথম দুই খেলত ধৰ্মযাজকজনে মোৰ হাতত একো নাই বুলি পাত পেলাই দিলে। দুয়োটা খেল কমোৰিনে জিকিলে। তৃতীয়বাৰ পাতকেইখিলা হাতত লৈ ধৰ্মযাজকজনে দুবাৰ মান তাচখিলালৈ আৰু দুবাৰমান হাতৰ কাগজখনলৈ চালে। তেওঁৰ মুখখন উজ্জ্বল হৈ পৰিল। এইবাৰ মই বৰ ভাল পাত পাইছো বুলি তাচপাতকেইটা দুয়োকে দেখুৱালে। ধৰ্মযাজকজনৰ হাতত এটা "থাশিং ক্লাচ"। মাৰ্টিনে কৈ উঠিল—"আপুনি ভাল পাত পাইছে সঁচা। কিন্তু পাতকেইখিলা আমাক দেখুৱা উচিত হোৱা নাই। 'নিজৰ হাতৰ তাচ লুকুৱাই খেলিলেহে আপুনি জিকিব পাৰিব।"

কমোৰিনেও মাৰ্টিনৰ কথাত হয়ভৰ দি ধৰ্মযাজকজনক কথাটো বুজাবৰ চেষ্টা কৰি কলে—"আপোনাৰ আগত কোনোবাই পাপকৰ্ম স্বীকাৰ কৰিলে আপুনি কথাটো গোপনে নাৰাখে জানো? তেনেকৈ নিজে কি তাচ পাইছে সেই কথাটোও আনক কোৱাটো উচিত নহয়।"

ধৰ্মযাজকজনে এইবাৰহে যেন কথাটো ভালদৰে হৃদয়ঙ্গম কৰিলে। তেওঁ কলে, "কিনো কৰিম! এইবিলাক খেল বুজিলেহে? মই বাৰু আৰু এনে ভুল নকৰো।"

এনেকৈ প্ৰায় একঘণ্টা খেল চলিল। ধৰ্মযাজকজনে খেলত বাৰে বাৰে ভুল কৰিলে আৰু তেওঁৰ সমুখত থকা জুইশলাৰ কাঠি প্ৰায় নাইকিয়াই হ'ল। মাৰ্টিনৰো তাচ সম্পৰ্কে বিবেচনা বৰ কম। ভাল তাচ পালেও সদ্ব্যৱহাৰ কৰিব নাজানে। তেওঁৰ সমুখত থকা কাঠিৰ সংখ্যাও প্ৰায় আধা হৈ পৰিল। একমাত্ৰ জন কমোৰিনে হিচাব কৰি প্ৰত্যেকটো খেল খেলি গ'ল। কমোৰিনৰ বিশ্বাস তাচখেলত ভাগ্যতকৈও সঠিক হিচাবহে

প্ৰয়োজন বেচি। ইমান সময় হোৱা খেলতো তাকেই প্ৰমাণ কৰিলে। তেওঁৰ সন্মুখত থকা জুইশলাৰ কাঠিৰ দমটো ক্ৰমান্বয়ে ডাঙৰ হৈ পৰিল। মাৰ্টিনৰতো খেলত আকৰ্ষণ নোহোৱা যেনেই লাগিল। ডুবাবমান তেওঁ কাঠি আগুৱাই দিবও পাহৰিলে। শেষত তেওঁ কৈয়ে উঠিল—

"এনেকৈ জুইশলাৰ কাঠিৰে খেল মোৰ আৰু ভাল লগা নাই। আজি খেলখন ইয়াতে শেষ নকৰো কিয়?"

জন কমোৰিনে অৱশ্যে এনেকৈ সময়খিনি কটাব পাৰি ভালেই পাইছে। তাচখেলত জিকি থকা মানুহজনে সদায়ে খেলত আনন্দ পায়েই। তেওঁ কলে—"নাই নাই। এতিয়াও ট্ৰাজী পাবলৈ ভালেমান সময় বাকী আছে। আমি খেলখন এৰি দিও কিয়?"

এইবাৰ মাৰ্টিন বৰ ইতস্ততঃ ভঙ্গীৰে কৈ উঠিল—

"মোৰ সাধাৰণতে পইচাৰ বাজী ৰাখি খেলাৰ অভ্যাস নাই। কিন্তু সময়খিনি কটাবৰ কাৰণে কেইচিলিঙমানৰ বাজী ৰাখি নেখেলো কিয়?"

"মোৰ তাত কোনো আপত্তি নাই।" জনে উত্তৰ দিলে। কিন্তু কাঠিৰে খেলোতেই আপোনালোক দুয়োজনৰে কাঠি প্ৰায় নাইকিয়া হৈছে। পইচাৰ বাজীৰ ক্ষেত্ৰতো একেই ফলাফল হোৱাৰ সম্ভাৱনা আছে। পিচলৈ মোক নুদুষিব।"

মাৰ্টিনে তপৰাই উত্তৰ দিলে, 'নাই নাই, তাচখেলত ভাগ্য একদৰে নাথায় নহয়। এইবাৰ মোৰ হাতলৈ ভাল পাত আহিবই।"

কমোৰিনে মনে মনে ভাবিলে অকল ভাল পাত আহিলেই নহয়, হিচাবমতে খেলিবও জানিব লাগে।

এইবাৰ কিন্তু ধৰ্মযাজকজন বহাৰ পৰা উঠিল।

"তেতিয়া হলে আপোনালোকে খেলক, মই উঠিলো। পইচাৰে বাজী ধৰি খেলাতো মই উচিত বুলি নাভাবো। আৰু মোৰ হাতত মাত্ৰ তিনিটা পাউণ্ড আছে। এই তিনি পাউণ্ডেৰে মই যেচ কিছুদিন চলিব লাগিব।"

"কিন্তু কাৰাৰ" মাৰ্টিনে ধৰ্মযাজকজনক লক্ষ্য কৰি কলে, "আপুনি যদি নেখেলে আমি দুয়ো অকলে খেলো কেনেকৈ? মাত্ৰ কেইটামান চিলিং...... ।"

"কেইটামান চিলিঙ খৰচ কৰাৰ সামৰ্থ্যও মোৰ নাই। পৰম পিতাৰ সেৱকসকল বৰ দৰিদ্ৰ। আপোনালোকে খেলক, মই চায়েই উপভোগ কৰো।"

জজ কমোৰিনৰ খেলখন ভাঙি দিবৰ ইচ্ছা নাই। তেওঁ ধৰ্মযাজকজনক উদ্দেশ্য কৰি কলে—

"সমস্যাটোৰ এটা সমাধান উলিওৱা যাওক। আপোনাৰ হাতত পইচা নাই কাৰণে খেলখন ভাঙি দিয়াটো উচিত নহব। মই এটা বেলেগ উপায় ভাবিছো। এই জুইশলাৰ কাঠিবোৰৰ এটা মূল্য ঠিৰ কৰা হওক। কাঠিবোৰ মোৰ আৰু মাৰ্টিনৰ ভিতৰত ভাগ কৰোঁ। আমি দুয়ো আমাৰ নিজ নিজ ভাগৰ পৰা সমান সংখ্যক কাঠি আপোনাক ধাৰে দিম। যদি খেলৰ শেষত আপোনাৰ হাতত কম কাঠি থাকে তেতিয়া আপুনি ধাৰ পৰিশোধ কৰিব নালাগে। কিন্তু যদি বেচি কাঠি থাকে ধাৰখিনি পৰিশোধ কৰাৰ পিচত বাকী কাঠিৰ মূল্যখিনি আমি দুয়ো আপোনাক দিম।"

কমোৰিনৰ এই প্ৰস্তাৱত মাৰ্টিনে চিঞৰি উঠিল—"আপোনাৰ দৰে প্ৰখৰ মস্তিষ্কৰ মানুহ মই আগেয়ে লগ পোৱা নাই। ইমান সহজে আপুনি কথাটো মীমাংসা কৰি পেলালে।"

কিন্তু তথাপি ধৰ্মযাজকজন মান্তি নহ'ল। "নাই মোৰ কাৰণে খেলা সম্ভৱ নহয়। পইচাৰ বাজী ধৰি কোনো খেল খেলাটো মই উচিত বুলি বিবেচনা নকৰো।"

অলপ সময় ডবাটো নিস্তব্ধ হৈ পৰিল। ধৰ্মযাজকজন পইচাৰ বাজী ধৰি খেলিবলৈ প্ৰস্তুত নহয়। এইবাৰ মাৰ্টিনে এটা বুদ্ধি উলিয়ালে, "চাওক আপুনিতো পইচাৰে নেখেলে, জুইশলাৰ কাঠিৰেহে খেলিব। আৰু আপুনি যদি শেষত জিকেও সেইখিনি পইচা তাচখেলৰ জয়লাভ বুলি নলৈ গীৰ্জাঘৰলৈ আমাৰ দান হিচাবে গ্ৰহণ কৰিব।"

ধৰ্মযাজকজনে এইবাৰ কথাটো জুকিয়াই চাই কলে—"কথাটো আপুনি বেয়া কোৱা নাই। মই বিখন গাৱলৈ যাম তাত অনাথ লৰা-ছোৱালীৰ এটা সংস্থান-গৃহ আছে। গৃহটোত কিছু দান-বৰঙনি দিব পালে ভালেই পালোহেঁতেন। কিন্তু নাই, এই ধৰণে বাজী ধৰি খেলিলে মোৰ ওপৰৰ বিচপজনে নিশ্চয় আপত্তি কৰিব।"

এইবাৰ জজ কমোৰিনে কথাটো আগবাঢ়িব নিদি কলে, "ফাদাৰ, আপুনি বাজী ধৰি খেলা বুলি ভাবিছে কিয় ? কথাটো বেলেগ দৃষ্টিভঙ্গীৰে চালেই হ'ল যদি খেলৰ শেষত আপোনাৰ হাতত বেচি পৰিমাণৰ কাঠি থাকে তাৰ মূল্য আমি সংস্থান গৃহটোলৈ আপোনাৰ সহযোগিতাৰ কাৰণে দান হিচাবে দিম। এইধৰণে ললে কোনেও আপোনাক বাজী ধৰি জিকা বুলি কব নোৱাৰে। ইয়াত কোনো ধৰণৰ আপত্তিৰ কাৰণো মই নেদেখো।"

ধৰ্মযাজকজনে এইবাৰ কিছু সময় ভাবি-চিন্তি কলে, "আপোনালোকে যদি তেনেধৰণে লয় আপোনালোকক মোৰ সহযোগিতাৰ পৰা বঞ্চিত কৰো কিয় ?"

এইবাৰ আৰু এটা নতুন সমস্যাই দেখা দিলে। কমোৰিনৰ হাতত থকা জুইশলাৰ কাঠিখিনি তিনিজনে খেলাৰ কাৰণে যথেষ্ট নহয়। তেওঁ ইয়াৰো এটা সমাধান উলিয়ালে। তেওঁ কাঠিবোৰ সোমাজত ভাঙি দুটুকুৰা কৰি কলে যে বাখৰ থকা কাঠিৰ মূল্য বাখৰ নথকা কাঠিতকৈ দুগুণ হব। এইবাৰ তেওঁ মাৰ্টিনক কাঠিবোৰৰ মূল্য কিমান ধৰা উচিত হব সুধিলে। মাৰ্টি'নৰ হাতত হেনো ৩০ পাউণ্ডহে আছে আৰু হাৰিলে তেওঁ ৩০ পাউণ্ডৰ বেচি হাৰিব নোৱাৰে। তেওঁ বাখৰ নথকা কাঠি এডাল হাতত লৈ কমোৰিনলৈ লক্ষ্য কৰি কলে—"আপোনাৰ আপত্তি নাথাকিলে এইডালৰ মূল্য দহ চিলিঙকৈ ধৰা হওক। আৰু এই মূল্য ধাৰ মোক ৩০ পাউণ্ড পৰিমাণৰ কাঠি দিয়ক।"

কাঠিডালৰ মূল্য দহ চিলিঙকৈ ধৰা শুনি জজ কমোৰিন অলপ চমকি উঠিল। তেওঁ হিচাব কৰি দেখিছে যে প্ৰতিডাল কাঠিৰ এশ-বিশ টুকুৰা কৰা হৈছে। দহ চিলিঙকৈ ধৰিলে বাখৰ থকা কাঠিৰ দুগুণ মূল্যৰে লৈতে কাঠিবোৰৰ মূল্য নৱৈ পাউণ্ড হব। ১৯৩৮ চনত নৱৈ পাউণ্ড বৰ কম পইচা নহয়। কমোৰিনে ভাবিলে কাঠিৰ মূল্যৰ পৰিমাণ কমাবলৈ তেওঁ কব নেকি ? কিন্তু শিচমুহূৰ্তত ঠিক কৰিলে ইয়াৰ প্ৰয়োজনেই বা কি ? এই প্ৰয়োজনৰ লগত খেলত তেওঁ হৰাৰ সম্ভাৱনা তেনেই কম। তেওঁ কোনো আপত্তি নকৰাকৈ ত্ৰিশ পাউণ্ড পৰিমাণৰ

কাঠি মাৰ্টিনলৈ আগুৱাই দি বাকীখিনি কাঠি নিজৰ সন্মুখত ৰাখিলে। ইয়াৰ পিচত ছুয়ো ঠিক কৰিলে ছুয়োজনৰ প্ৰত্যেকে ছয় পাউণ্ড পৰিমাণৰ কাঠি ধৰ্মযাজকজনক ধাৰে দিব। এইবাৰ কমোৰিনে মাৰ্টিনক প্ৰথমে বিলাবলৈ ইঙ্গিত কৰিলে।

তেনেকৈ কিছু সময় খেল চলিল। ধৰ্মযাজকজনৰ সন্মুখৰ কাঠিকেইডাল প্ৰায় শেষ হৈছিলেই। কিন্তু লিমেৰিক ষ্টেচন পোৱাৰ আগে আগে তেওঁ এটা ৰাণিং ফ্লাচ্ পালে। জজ কমোৰিনৰ হাতলৈও সেইবাৰ ভাল তাচ আহিছিল। ফলত ধৰ্মযাজকজনে তেওঁৰ সন্মুখৰ কাঠিৰ সংখ্যা কিছু বঢ়াব সমৰ্থন হ'ল। কিছু সময় পিচত বেলখন এটা জংচনত ৰ'লহি। লগে লগে তিনিওজনে খেল অলপ স্থগিত ৰাখি মানুহ উঠা-নমা লক্ষ্য কৰিলে। তেওঁলোকৰ ডবাটোত কোনো মানুহ নুঠিল। কমোৰিনে হিচাব কৰি দেখিলে ধৰ্মযাজকৰ আগত থকা কাঠিৰ মূল্যৰ পৰিমাণ ২৪ পাউণ্ডৰ ঠাইত ৩০ পাউণ্ড ১০ চিলিঙ হৈছেগৈ আৰু জজ আৰু মাৰ্টিন ছুয়ো হাৰি আছে।

বেলখন এৰি দিয়াৰ লগে লগে তেওঁলোকে পুনৰ খেল আৰম্ভ কৰিলে। মাৰ্টিনে খেলত কেবাবাৰো ভুল কৰিলে আৰু পাৰলগীয়া পাতটো লোনকালে এৰি দিয়াত বাজী হেৰুৱাবলগীয়া হ'ল। জজ কমোৰিনে হিচাব মতে খেলি আছে, কিন্তু ভাগ্যই তেওঁক তেনেকৈ লগ দিয়া নাই। হেথ্ফোৰ্ড ষ্টেচন পায় মানে মাৰ্টিনৰ লোকচানৰ পৰিমাণ দেখা গ'ল ১০ পাউণ্ড আৰু কমোৰিনৰ ২০ পাউণ্ড। এইবাৰ ধৰ্মযাজকজনেও খেলত বেচ আৰাম পোৱা যেন লাগিল। তেওঁ কলে, "আপোনালোকে মোক কিমানৰ কাঠি ধাৰে দিছিল? মোৰ হাতত কাঠি জমা হৈছে বেতিয়া ওভোতাই দিও।" ছুয়োৰে পৰা ধাৰে লোৱা কাঠি ওভোতাই দিয়াৰ পিচতো ধৰ্মযাজকজনৰ হাতত ৩২ পাউণ্ড মূল্যৰ কাঠি থাকি গ'ল। তেওঁৰ আনন্দৰ শেষ নাই। এইখিনি পইচা থাকিলে তেওঁ সংস্থান গৃহটোক ৩২ পাউণ্ড দিব পাৰিব। মাৰ্টিনে পইচা হৰা দেখি অতি সাৱধানভাৱে খেলিবলৈ আৰম্ভ কৰিলে। এবাৰ মাত্ৰ অতি সাহসেৰে খেলি কেইটামান পাউণ্ড ওভোতাই পাবলৈ সক্ষম হ'ল।

বেলখন ট্ৰালী পাৰলৈ আৰু বেছি দূৰ নাই। ট্ৰালীৰ উপকণ্ঠ অঞ্চলৰ ঘৰবোৰ বেগাই পাৰ হবলৈ আৰম্ভ কৰিছে। খেল বন্ধ কৰিবৰ হ'ল। এইবাৰ কমোৰিনে তাচ তুলি দেখে যে ইমান সময় যি ভাল তাচৰ তেওঁ অপেক্ষাত আছিল সেই ভাল তাচে তেওঁক লগ দিছেহি। জজ কমোৰিনে খেলৰ অভিজ্ঞতাৰ পৰা জানে এবাৰ নহয় এবাৰ ভাল তাচ লগ লাগিবই! কমোৰিনৰ হাতত তিনিখন ৰাণী, গতিকে সুযোগ নষ্ট হব নিদি তেওঁ টেবুললৈ পাঁচ পাউণ্ড মূল্যৰ কাঠি আগুৱাই দিলে। মাৰ্টিনৰ হাততো নিশ্চয় ভাল পাতেই লাগিছে। তেওঁও পাঁচ পাউণ্ড আগুৱাই দিলে। ধৰ্মযাজকজনে এবাৰ নিজৰ তাচ কেইপাতলৈ চালে তাৰ পিচত কমোৰিনে দিয়া কাগজখনলৈ চালে আৰু তেওঁৰ আগত থকা কাঠিৰ থুপটোৰ পৰা দহ পাউণ্ড মূল্যৰ কাঠি আগুৱাই দিলে। জজ কমোৰিনৰ খং উঠি গ'ল। ধৰ্মযাজকজনৰ হাতত বাৰু কি তাচ থাকিব পাৰে। কিন্তু ৰাণীৰ "ট্ৰাইওক" হৰুৱাবলৈ ৰজা বা টকাৰ ট্ৰাইও লাগিব। এনেকৈ দুটা "ট্ৰাইও" অহাটো সহজে সম্ভৱ নহয়। জজ কমোৰিনে এইবাৰ আকৌ দহ পাউণ্ড মূল্যৰ কাঠি আগুৱাই দিলে। মাৰ্টিনৰ আৰু পইচা আগুৱাই দিয়াৰ সাহস নহ'ল। মাৰ্টিনে হিচাব কৰি দেখিলে তেওঁ বাৰ পাউণ্ড হাৰিছে। খঙেৰে তেওঁ তাচকেইপাত টেবুলত পেলাই দিলে। ধৰ্মযাজকজনেও থেৰোগেৰোকৈ আৰু দহ পাউণ্ড আগুৱাই দিলে। জজ কমোৰিনে ভালেই পালে। তাচত হিচাব কৰি লেখেছিলে পইচা এনেদৰেই যায়। কমোৰিনেও দহ পাউণ্ড আগুৱাই দিলে। ধৰ্মযাজকজনৰ সমুখত এতিয়া মাত্ৰ বাৰ পাউণ্ড আছে। তেওঁৰ পুতৌ লগা অৱস্থা। তেওঁ কি কৰিব একো ভাবি পোৱা নাই। তেওঁ মাথো কলে, 'মইনো কি কৰিব লাগে বুজিয়ে পোৱা নাই।" মাৰ্টিনে মাত লগালে, "ইয়াত ভাবিবৰ কিটো আছে। যদি আপোনাৰ তাচ বেয়া আপুনি এৰি দিব পাৰে। নাইবা দহ পাউণ্ড আগুৱাই দি কমোৰিন ডাঙৰীয়াৰ তাচখিনি চাব পাৰে।" ঘৰ দুখ মনেৰে ধৰ্মযাজকজনে দহ পাউণ্ড আগুৱাই দি কলে—

"মই বোধকৰো তাচখিনি চোৱাটোহে উচিত হব। অলপ আগেয়ে খেল এৰা হ'লে মই সংস্থান পুহটোক ৩২ পাউণ্ড দিব পাৰিলোহেঁতেন।

এতিয়া তেওঁলোকৰ কাৰণে মোৰ হাতত মাত্ৰ ২ পাউণ্ডহে ৰ'ল। দুই পাউণ্ড দিবলৈ মোৰ বেয়াই লাগিব। ছিঃ ছিঃ, বৰ ভুল কৰিলো। অকল আগেয়ে মই খেল এৰা উচিত আছিল।"

"আপুনি ইমান ব্যথিত হব নালাগে। মই বাৰ দুই পাউণ্ডৰ লগত আৰু তিনি পাউণ্ড যোগ দি পাচ পাউণ্ড কৰি দিম। এইটো খেল নিশ্চয় ময়েই জিকিছো। মোৰ হাতত এইয়া তিনিটা ৰাণী।" ৰাণী তিনিটা টেবুলত পেলাই দি কমোবিনে এটা আত্মপ্ৰসাদৰ হাঁহি মাৰি ছুয়োৰে পিনে চালে।

মাৰ্টিনে চিঞৰি উঠিল, "মই কেছোৱে নহয়, আপোনাৰ ভাচৰ ভাগ্য বৰ ভাল।"

ধৰ্মযাজকজনে তেতিয়াও হেওঁৰ নিজৰ পাত টেবুলত পেলোৱা নাই। তেওঁ ইতস্ততঃ কৰি সুধিলে—

"ৰজা ৰাণীতকৈ ডাঙৰ নহয় জানো?"

"হয়। কিন্তু আপোনাৰ হাতত তিনিটা ৰজা থাকিব লাগিব। আছে জানো?" জজ কমোবিনৰ দৃঢ় বিশ্বাস ধৰ্মযাজকজনৰ হাতত তিনিটা ৰজা নাই।"

কিন্তু এইবাৰ জজ কমোবিনৰ আচৰিত হোৱাৰ পালা। "তোমাৰ কৃপাত মই তিনিটা ৰজাই পাইছো" বুলি লাহে লাহে পাত তিনিখন ধৰ্মযাজক-জনে কমোবিনৰ সমুখত থৈ দিলে।

এইবাৰ তেওঁলোকে কোনে কিমান হাৰিছে জিকিছে হিচাব কৰাত লাগিল। মাৰ্টিনে তেওঁৰ জেপৰ পৰা ১২ খন ১ পাউণ্ডৰ নোট উলিয়াই ধৰ্মযাজকজনৰ হাতত দিলে। "ভগৱানে তোমাৰ মঙ্গল কৰক" বুলি তেওঁ নোট কেইখন হাতত ললে।

জজ কমোবিনে হিচাব কৰি দেখিলে তেওঁ মুঠতে পঞ্চাশ পাউণ্ড হাৰিছে। মনে মনে খঙ উঠিলেও কোনো ভাব প্ৰকাশ নকৰি নিজৰ বেগৰ পৰা পঞ্চাশটা পাউণ্ড উলিয়াই ধৰ্মযাজকজনৰ হাতত দিলে। ৰেল ষ্ট্ৰাউৰী ষ্টেচন পালেহি। মাৰ্টিনে ভাচযোৰ হাতত লৈ তেওঁৰ পকেটত থৈ ধৰ্মযাজকজনৰ পিনে চাই কলে, "ৰাণীৰ ষ্ট্ৰাইকৰ ওপৰত ৰজাৰ ষ্ট্ৰাইক

মই আজিলৈকে দেখা নাই। স্বয়ং প্ৰভুৱে আপোনাৰ কাৰণে তাচ বিলাইছে যেন পাইছো। কিন্তু মোৰ কাৰণে শিক্ষা হৈ গৈছে। বেলত আৰু মই কেতিয়াও তাচ নেখেলো। পৰমপিতাৰ লগত সম্বন্ধ থকা মানুহৰ লগতটো নেখেলোৱেই।"

"আপোনালোকে দুখ কৰিছে কিয়? আপোনালোকৰ পইচাখিনি সৎ কামতে লাগিব। মই গাওঁ পোৱাৰ লগে লগেই পইচাখিনি সংস্থান গৃহটোক দিম। তাৰে ল'ৰা-ছোৱালীয়ে বেচ কিছুদিনলৈ আহাৰ গ্ৰহণ কৰিব পাৰিব, পৰিধানৰ বস্ত্ৰ পাব। সকলো তেৰাৰ ইচ্ছা।"

ট্ৰালী ষ্টেচনৰ প্লেটফৰ্মত তিনিওজনে ইজনে সিজনৰ পৰা বিদায় ললে। ৰাতিপুৱাৰ পৰা কামত থকা কাৰণে জজ কমোৰিনে সোনকালে বিশ্ৰাম লোৱাটো বিচাৰে। ৰাতিপুৱা আদালতত কমোৰিনে প্ৰথম দুটা মোকৰ্দমা সহজে নিষ্পত্তি কৰিলে। অভিযুক্ত লোক দুজনে নিজেই অপৰাধ স্বীকাৰ কৰাত তেওঁ অপৰাধী দুজনক অলপ জৰিমনাৰ শাস্তি দি এৰি দিলে। তৃতীয় মোকৰ্দমাৰ অভিযুক্ত ব্যক্তিজনক আদালতৰ কাঠগড়াত থিয় কৰোৱাৰ সময়ত কমোৰিন সেই মোকৰ্দমাটোৰ কাগজ-পত্ৰ চোৱাত ব্যস্ত। এইজন ব্যক্তিৰ বিৰুদ্ধে অভিযোগ ১৩ মে তাৰিখে তেওঁ অন্যায়ভাবে আৰু ছল-চাতুৰীকৈ ভাজ দিয়া তাচেৰে খেলি লুৰ্গান্ কিন্ নামৰ মানুহ এজনৰ পৰা ৬২ পাউণ্ড ধন আদায় কৰিছে। তাচ খেলত জুৱা-চুৰি কৰা কাৰণে তেওঁক আয়াৰলেণ্ডৰ ১৮৪৫ চনৰ ক্ৰীড়া আইনৰ ১৭ নং ধাৰাত অভিযুক্ত কৰা হৈছে। অভিযুক্ত কাৰ্ট মাৰ্টিনক এই অভিযোগ স্বীকাৰ কৰে নে নকৰে বুলি সোধাত প্ৰায় শুনা নাযায় মাতেৰে তেওঁ উত্তৰ দিলে—"নাই, মই অপৰাধী বুলি স্বীকাৰ নকৰো।"

মাতটো শুনিয়ে জজ কমোৰিন চমক খাই উঠিল। কাগজৰ পৰা মূৰ তুলি তেওঁ দেখে যে অভিযুক্ত ব্যক্তিজন আন কোনো নহয় তেওঁৰ লগত আগদিনা তাচ খেলা মাৰ্টিন। গাউন আৰু পৰচুলা পিন্ধি থকা কমোৰিনক মাৰ্টিনে চিনিব পৰিলে নে নাই তেওঁৰ অভিব্যক্তিৰ পৰা বুজিব পৰা নগ'ল। কমোৰিনে আদালতৰ কেৰাণীজনক অলপ ৰবলৈ নিৰ্দেশ দিলে। ন্যায়াধীশ হিচাবে মোকৰ্দমাটো লব নে নলয় তেওঁ ভাবিবলগীয়া হ'ল।

অভিযুক্ত ব্যক্তিজনক তেওঁ জানে, তেওঁৰ লগত তাচ খেলিছে আৰু আগদিনাৰ খেলৰ অভিজ্ঞতাই তেওঁৰ মন প্ৰভাবান্বিত কৰিব পাৰে। সেইবিলৰ পৰা মোকৰ্দমাটোৰ বিচাৰ নকৰাটোৱে উচিত। কিন্তু পিচমুহূৰ্ত্তত তেওঁৰ মনত ভাব হ'ল মোকৰ্দমাটো এৰি দিলে প্ৰথমৰ পৰা আকৌ পুনৰ বিচাৰ হব লাগিব, ডাব্লিনৰ পৰা নতুন বিচাৰক আহিব লাগিব, ৰাজহুৱা ধনৰ অযথা ব্যয় হব আৰু অভিযুক্ত ব্যক্তিজনেও বিচাৰৰ কাৰণে বহুদিন অপেক্ষা কৰিব লাগিব। আগদিনাৰ অভিজ্ঞতা মনৰ পৰা মচি দি সাক্ষ্যৰ পৰা উদ্ভৱ হোৱা তথ্য-পাতিবোৰ মুক্তভাৱে জুৰিৰ আগত দাঙি ধৰি সম্পূৰ্ণ নিৰপেক্ষ ভাবে মাৰ্টিনৰ বিচাৰ কৰিব পৰিব নে নাই তেওঁ নিজকে প্ৰশ্ন কৰিলে। তেওঁৰ মনটোৱে কলে এইখিনি কৰিব তেওঁ পাৰিব। তেওঁ আৰু নবৈ কেৰাণীজনক জুৰিসকলক শপত দিয়াবলৈ নিৰ্দেশ দিলে।

জুৰিসকলক শপত দিওৱাৰ পিচত ফৰিয়াদী পক্ষৰ উকিলজনে মোকৰ্দমাটোৰ ঘটনাটো ভাঙি ধৰিলে। যে মাহৰ ১৩ তাৰিখে মুৰ্গান কিন্ নামৰ ব্যৱসায়ী এজনে ট্ৰালীলৈ বুলি ডাব্লিন ষ্টেচনত ৰেলত উঠিছিল। ব্যৱসায় সংক্ৰান্তত তেওঁ ডাব্লিনত কিছু টকা পাবলগীয়া আছিল আৰু সেইকাৰণে তেওঁৰ লগত সেইদিনা ৭১ পাউণ্ডৰ শকত অংক এটা আছিল। ডাব্লিনৰ পৰা ট্ৰালী এই পথছোৱাত অভিযুক্ত আচামীয়ে নিজৰ কেপৰ পৰা তাচ এযোৰ উলিয়াই কিন্ আৰু ডবাটোত থকা আন এজন লোকক তাচ খেললৈ আহ্বান কৰে। কিছুসময় পিচত কিন্‌ৰ সন্দেহ হয় যে আচামীৰ খেলত জাল-জুৱাচুৰি আৰু চল-চাতুৰী আছে। ট্ৰালী পোৱাৰ আগৰ ষ্টেচন এটাত তেওঁ এক অজুহাত দেখুৱাই নামি পৰে আৰু এজন ৰেল-কৰ্মচাৰীৰ সহায়েৰে ট্ৰালীৰ পুলিচক ষ্টেচনত উপস্থিত থাকি ঘটনাটোৰ তদন্ত কৰিবলৈ আবেদন জনায়।

মোকৰ্দমাটোৰ প্ৰথম সাক্ষীজন হ'ল ট্ৰালী ষ্টেচনত উপস্থিত থকা পুলিচ বিষয়াজন। তেওঁৰ সাক্ষ্যমতে ঘটনাৰ দিনা ৰেল-কৰ্মচাৰী এজনৰ অনুৰোধক্ৰমে তেওঁ ষ্টেচনলৈ যায় আৰু তাতে মুৰ্গান কিনে তেওঁক লগ পাই আচামীয়ে চল-চাতুৰীৰে তাচ খেলি তেওঁৰ পৰা পইচা সৰকোৱা বুলি অভিযোগ কৰে। পুলিচ বিষয়াজনে আচামীক পুলিচ-চকীলৈ লৈ

যায় আৰু আচামীৰ জেপত তাচ এযোৰ পোৱা হয়। সেই তাচযোৰ ডাব্লিনলৈ পৰীক্ষাৰ কাৰণে পঠোৱা হয় আৰু ডাব্লিনৰ পৰা পৰীক্ষাৰ ফলাফল পোৱাৰ পিচত মাৰ্টিনৰ বিৰুদ্ধে এই গোচৰ ভৰা হয়। দ্বিতীয়জন সাক্ষী ডাব্লিন পুলিচৰ থগ-জুৱাচুৰিৰ প্ৰতিৰোধ বিভাগটোৰ কৰ্মচাৰী এজন। তেওঁৰ হাতত ফৰিয়াদী পক্ষৰ উকীলে এযোৰ তাচ চিনাক্ত কৰাবৰ কাৰণে দিয়ে। তাচযোৰ চিনাক্ত কৰি তেওঁ সাক্ষ্যত কয় যে ট্ৰালী পুলিচৰ নিৰ্দেশক্ৰমে তেওঁ এই তাচযোৰ পৰীক্ষা কৰিছিল। পৰীক্ষাত এইকথা প্ৰমাণ পাইছে যে তাচযোৰত কোনখিলা কি পাত চিনিব পৰাকৈ, কিন্তু আনে ধৰিব নোৱাৰাকৈ বিভিন্ন ধৰণে চিন দি থোৱা হৈছে। তাচযোৰৰ পিচপিনে বিশেষ বিশেষ ঠাইত ৰাসায়নিক দ্ৰব্যৰ সহায়েৰে ৰঙ গাঢ় আৰু পাতল কৰা হৈছে। ইয়াৰ ফলত এই তাচযোৰৰ লগত পৰিচিত লোকে পিচফালটো চাইয়ে সহজে তাচপাতৰ সংখ্যা অনুমান কৰিব পাৰে। "এই তাচযোৰৰ লগত পৰিচিত লোকে খেলত জিকিবলৈ তাচযোৰত ভাজ দিয়াৰ প্ৰয়োজন আছে নেকি?"—ফৰিয়াদী পক্ষৰ উকীলজনে প্ৰশ্ন কৰিলে।

"অসৎ উপায় অৱলম্বন কৰি খেলা লোকে তাচত ভাজ দিয়াটো অসম্ভৱ নহয়"—সাক্ষীজনে উত্তৰ দিলে। "কিন্তু ভাজ নিদিলেও তেওঁলোকে সহজে জয়লাভ কৰিব পাৰিব।"

"আপুনি কৈছে ভাজ নিদিলেও তাচযোৰৰ লগত পৰিচিত লোকে সহজে জয়লাভ কৰিব। আইন খেলুৱৈয়ে তেওঁৰ লগত এই তাচযোৰেৰে খেলিলে জিকাৰ সম্ভাৱনা আছে নে?"—উকীলে আকৌ প্ৰশ্ন কৰিলে।

"কোনো সম্ভাৱনাই নাই" —সাক্ষীজনে আদালতৰ আগত কৈ গ'ল। "তাচযোৰত চিনবোৰৰ লগত পৰিচিত লোকজনে বিলোৱাৰ লগে লগে গম ধৰিব পাৰে তেওঁৰ হাতত আৰু তেওঁৰ লগত খেলা আন খেলুৱৈসকলৰ হাতত কি ধৰণৰ তাচ আছে। ভাল তাচ থাকিলে তেওঁ বেচি পইচাৰ বাজী ধৰিব আৰু বেয়া তাচ থাকিলে এৰি দিব।"

"মোৰ আৰু কোনো প্ৰশ্ন নাই" বুলি ফৰিয়াদী পক্ষৰ উকীলজন বহি পৰিল।

প্ৰথমজন সাক্ষীৰ দৰে দ্বিতীয়জন সাক্ষীকো জেৰা কৰাৰ মাৰ্টিনে কোনো

আগ্ৰহ নেদেখুৱালে।

"আপুনি যদি ইচ্ছা কৰে সাক্ষীক জেৰা কৰিব পাৰে বা আপোনাৰ সমৰ্থনত প্ৰশ্ন সুধিব পাৰে। এই অধিকাৰ আপোনাৰ আছে।" 'জজ কমোৱিনে মাৰ্টিনক তেওঁৰ অধিকাৰ সম্পৰ্কে সচেতন কৰাটো উচিত বুলি বিবেচনা কৰিলে।

মাৰ্টিনে মাথো লাহেকৈ উত্তৰ দিলে, "ধন্যবাদ ধৰ্মাৱতাৰ। মোৰ কোনো প্ৰশ্ন নাই।"

এইবাৰ সাক্ষী দিবলৈ আগবাঢ়ি আহিল মোকৰ্দমাটোৰ সকলোতকৈ গুৰুত্বপূৰ্ণ সাক্ষী লুৰ্গান কিন্ নিডে। এটা খঙাল যাড়ৰ দৰে দপ্ দপ্কৈ সাক্ষীৰ বাকচত থিয় হৈ যোপাকৈ তেওঁ মাৰ্টিনৰ পিনে চালে। তেওঁৰ সাক্ষ্যত ঘটনাৰ দিনা ডাব্লিনত কোনকৈ ব্যৱসায় সম্পৰ্কত কিছু টকা তেওঁৰ হাতলৈ আহিছিল আৰু সেই টকাৰে ট্ৰালীলৈ কেলত আহোতে অভিযুক্ত মাৰ্টিনে ক্লাচ্ খেলবলৈ আহ্বান কৰি তেওঁৰ পৰা ৬২ পাউণ্ড সৰকাই লৈ খোকোজা নলগাকৈ কলে। সাক্ষ্যত ইয়াকো প্ৰকাশ পালে যে কিনে নিজকে এজন ভাল ক্লাচ্ খেলুৱৈ বুলি বিশ্বাস কৰে। কিন্তু তেওঁ ভাল পাত পালেও আচামীয়ে বাজী মৰবাত আৰু মাজে সময়ে তেওঁতকৈও ভাল তাচ পোৱাত তেওঁৰ মনত সন্দেহ ওপজে আৰু তেতিয়া বেল আৰু পুলিচ বিষয়াৰ সহায় লয়। কিনে এইবাৰ সমুখত থকা বাৰজন জুৰিৰ মুখলৈ চাই চিঞৰি উঠিল—"মোৰ সন্দেহ যে অমূলক নাছিল তাচখোৰৰ পৰীক্ষা কৰোতে হাতে হাতে প্ৰমাণ পোৱা হ'ল।" জুৰিবিলাকৰ অঙ্গী-ভঙ্গীৰ পৰা এই কথা সহজে অনুমান কৰিব পৰা গ'ল যে কিনৰ সকলোখিনি কথা তেওঁলোকে সম্পূৰ্ণৰূপে বিশ্বাস কৰিছে আৰু মাৰ্টিনৰ অপৰাধ সম্পৰ্কে তেওঁলোকৰ মনত কোনো সন্দেহ নাই।

এইবাৰ কিন্তু মাৰ্টিন কিন্ক জেৰা কৰিবৰ বাবে থিয় হ'ল। তেওঁৰ অৱস্থা আগতকৈও বেচি কৰুণ যেন লাগিল আৰু তেওঁক দেখি আদালতত থকা লোকসকলৰ মনত এনে ভাব হ'ল যেন বলিশালত ঘূৰ খোৱা ছাগলী এটাই নিজকে ৰক্ষা কৰিবলৈ শেষ বৃথা চেষ্টা কৰিছে। কিনে মাৰ্টিনৰ পিনে খঙাল দৃষ্টিৰে চাই থাকিল।

কৰুণ কণ্ঠস্বৰেৰে মাৰ্টিনে সুধিলে, "আপুনি কৈছে মই এইযোৰ তাচেৰে আপোনাক খেলিবলৈ আহ্বান কৰিছিলো।"

"কৰিছিল তো"—কিনে ৰুঢ় মাতেৰে উত্তৰ দিলে।

"কি ধৰণে আহ্বান কৰিছিলো আপুনি কিন্তু নকলে।" মাৰ্টিনে প্ৰশ্ন কৰিলে।

কিন্ এইবাৰ অলপ দোধোৰ-মোধোৰত পৰা যেন লাগিল। "কিয় তাচযোৰ আপোনাৰ জেপত আছিল। জেপৰ পৰা উলিয়াই লৈছিল।"

"তাচযোৰ যে মই জেপৰ পৰা উলিয়াই লৈছিলো সেইকথা মই অস্বীকাৰ নকৰো। কিন্তু তাচযোৰ লৈ মই কি কৰিছিলো?"

মাৰ্টিনৰ প্ৰশ্নত কিনে অলপ সময়ৰ কাৰণে বৈ উত্তৰ দিলে—"পেচেঞ্চ খেলিবলৈ আৰম্ভ কৰিছিল।"

আগদিনাৰ ঘটনাৰ লগত অস্বাভাৱিক মিল দেখি জজ কমোৰিনৰ নিজৰে কেনেবা কেনেবা লাগিল। "পেচেঞ্চ খেলি থাকোতে' মাৰ্টিনে একে ধীৰ স্বৰেৰে সুধিলে—"মই আপোনাৰ লগত প্ৰথম কথা হৈছিলো নে আপুনি মোৰ লগত প্ৰথমে কথা হৈছিল?"

কিনে অলপ বৈ সেইদিনাৰ ঘটনাটো মনত পেলাবৰ যত্ন কৰিলে। এইবাৰ তেওঁৰ আত্ম-প্ৰত্যয়ৰ ভাবটো কিছু পৰিমাণে নাইকিয়া হ'ল। "মৱে প্ৰথম কথা হৈছিলো" বুলি কৈ তেওঁ জুৰিসকলৰ পিনে চালে। "কথা নকৈ মোৰ উপায় আছিল ক'ত! এই মানুহজনে তাচযোৰ সজোৱাত ইমান সাধাৰণ ভুল কৰিছিল যে ভুলবোৰ দেখুৱাই দিবলৈ মই বাধ্য হৈছিলো।"

"এইবাৰ স্লাচ্ খেললৈ আহো," মাৰ্টিনৰ প্ৰশ্ন চলি থাকিল। "মই প্ৰথম স্লাচ্ খেলাৰ কথা উলিয়াইছিলো নে আপুনি উলিয়াইছিল?"

"আপুনি উলিয়াইছিল।" কিনে খঙেৰে উত্তৰ দিলে। "আৰু খেলখন আকৰ্ষনীয় কৰিবলৈ অলপ পইচাৰ বাজী ধৰাৰ কথা কৈছিল। অলপ পইচাহে হয়। এক পাউণ্ড নহয় দুই পাউণ্ড নহয় ৬২ পাউণ্ড।" কেইজনমান জুৰিয়ে মুখ দুপিয়ালে। ৬২ পাউণ্ড হেকৰাটো সহজ কথা নহয়। এই পইচাৰে এজন মানুহে সাধাৰণ ভাবে এটা বছৰ কটাব পাৰে।

মাৰ্টিনে এইবাৰ কিন্তু প্ৰত্যাহ্বান জনালে। "চাওক, মই কৈছো আপুনিয়ে প্ৰথম স্লাচ্ খেলাৰ কথা কৈছিল আৰু পইচাৰে খেলাৰ কথা আপোনাৰ মুখৰ পৰাই প্ৰথম ওলাইছিল। তাৰ আগেয়ে আমি জুইশলাৰ কাঠিৰে খেলি আছিলো।"

কিন্ এইবাৰ দোমোজাত পৰিলশ কোনে কথাটো আৰম্ভ কৰিছিল তেওঁৰ ঠিক মনত নাই। "হব পাৰে মইয়ে প্ৰথম খেলাৰ কথা কৈছিলো", তেওঁ স্বীকাৰ কৰিলে। লগে লগে তেওঁ জুৰিলৈ চাই কলে, "ভাচন্ত ভাজ দিয়া মানুহৰ কায়দাই এইটো। তেওঁলোকে এনে এটা পৰিবেশ সৃষ্টি কৰে যত নিৰীহ মানুহ জালিয়াতৰ বলি হয়।" জুৰি কেইজনে পুনৰ মূৰ দুপিয়ালে। একে পৰিবেশত তেওঁলোকেও নিশ্চয় কিন্‌ৰ দৰেই আচৰণ কৰিলেহেঁতেন।

"এটা মাত্ৰ শেষ প্ৰশ্ন।" মাৰ্টিনে আৰু বেচি কৰুণ সুৰত প্ৰশ্ন কৰিলে—"আমি যেতিয়া খেল শেষ কৰো আপুনি মোক কিমান পইচা দিছিল ?"

"বাষষ্ঠি পাউণ্ড"—কিনে চিঞৰি উঠিল। "অতি কষ্টেৰে উপাৰ্জন কৰা বাষষ্ঠি পাউণ্ড।"

"নাই মই সেইটো সোধা নাই। আপুনি মোক ব্যক্তিগত ভাৱে কিমান পইচা দিছিল ?"

কিন্ এইবাৰ থমকি বৈ কিছুসময় ভাবিব লগা হল। তেওঁৰ মুখখন অলপ অসহায় অসহায় যেন লাগিল।

"নাই আপোনাক মই একো পইচা দিয়া মনত নাই। কিন্তু আমাৰ লগত খেলা খেতিয়কজনক দিছো। বাষষ্ঠি পাউণ্ড দিছো।"

"মই বাক সেই খেতিয়কজনৰ পৰা কিবা পইচা জিকিছিলোনে ?" মাৰ্টিনৰ মাতৰ পৰা এনে লাগিল তেওঁ যেন কান্দোনত ভাঙি পৰিব।

"নাই", কিনে উত্তৰ দিলে। "আপুনি আঠ পাউণ্ড হাৰিছিল।"

মোৰ আৰু কোনো প্ৰশ্ন নাই বুলি মটিন বহি পৰিল। কিন্ সাক্ষীৰ গড়ালৰ পৰা যাব খোজোতেই জজ কমেৰিনে এখন্তেক ৰৰলৈ কৈ সুধিলে তেওঁ যে খেতিয়ক একজনে কিবা বুলি কৈছে সেই খেতিয়কজননো কোন্।

"সেইজন আমাৰ ভৰাটোত থকা তৃতীয়জন ব্যক্তি। ৰেকৰ্ডত হেনো তেওঁৰ পাম আছে। তেওঁ খেল নাজানে বুলিলেই হয়। কিন্তু সেইদিনা তালতকৈও ভাল তাচ তেওঁৰ হাতলৈ আহিছিল।"

"তেওঁৰ নামটো?" জজ কমোৰিনে সুধিলে। কিন্ এইবাৰ তালকৈ বিমোৰত পৰিল। "নামটোতো মোৰ সোধা নহ'ল"—কিনে উত্তৰ দিলে। "কিন্তু ধৰ্মাৱতাৰ, আচামীয়েহে মোক ঠগাইছে। আগেয়ে চিন দিয়া তাচপাত লৈ মোৰ লগত খেলত বহিছে।"

ফৰিয়াদী পক্ষৰ সাক্ষ্য শেষ হোৱাত এইবাৰ মাটিনে নিজৰ সমৰ্থনত তেওঁৰ বক্তব্য ৰাখিলে। তেওঁৰ কবলগীয়া কথাখিনিত কোনো জটিলতা নাই। ধোঁৱা কিনা-বেচা কৰাটো তেওঁৰ ব্যৱসায়। তাচখেল তেওঁ তালদৰে নাজানে। তথাপি কেতিয়াবা কেতিয়াবা খেলে। তেৰ মে' তাৰিখৰ ঘটনাৰ 'এসপ্লাহমান' আগেয়ে ভাব্‌লিন বেলৰ ভৰা এটাৰ টেবুলত তেওঁ পুৰণা তাচযোৰ পায়। কোনোবা যাত্ৰীয়ে তাচযোৰ খেলি উঠি পুৰণি হোৱা কাৰণে এৰি থৈ যো'ৱা বুলি তেওঁ ধৰি লয়। বিৰক্তিকৰ ভ্ৰমণত সময় কটাৰ ভাল কাৰণে তেওঁ তাচযোৰ পেচেঞ্জ খেলিবলৈ লগত থৈ দিলে। তাচযোৰত যদি কিবা চিন দিয়া আছে তেওঁ সেই সম্পৰ্কে সমূলঞ্চে নাজানে। জুৰিবিলাকলৈ চাই মাৰ্টিনে কলে তেওঁৰ বিৰুদ্ধে জালিয়াতি কৰাৰ অভিযোগ অনা হৈছে। জালিয়াতি কৰা হয় কিকিৰ কাৰণে। কিন্তু তেওঁ কিকিছে জানো? তেওঁ নিজে সেইদিনা খেতিয়কজনৰ হাতত আঠ পাউণ্ড দহ চিলিং হাৰিছে। খেতিয়কজনে যদি ভাল তাচ পাইছিল তাৰ বাবে নিশ্চয় তেওঁ জগৰীয়া হব নোৱাৰে। দুৰ্গান কিনে অসাৱধানতাৰে খেলা কাৰণে বেচি পইচা হাৰিছে আৰু তাৰ এপইচাও তেওঁ পোৱা নাই। তেওঁৰ অপৰাধ ক'ত?

ফৰিয়াদী পক্ষৰ উকীলে জেৰাত মাৰ্টিনৰ বক্তব্যত ত্ৰুটি উলিয়াবৰ চেষ্টা কৰিও সফল নহ'ল। দুয়ো পক্ষৰ বক্তব্য শেষ হোৱাত জজ কমোৰিনে জুৰিসকলক কেচটোৰ তথ্য-পাতি বুজাই দিয়াৰ সময় আহিল। কমোৰিনে ভাবিলে মাৰ্টিনৰ কথা যদি সঁচা হয় জেনেহলে তেওঁ সঁচাকৈয়ে কপাল নথকা খেলুৱৈ। আৰু যদি মিছা হয় তেনেহলে তেওঁ সকলোতকৈ অকৰ্মণ্য

ভাচ ভাঙ দিওতা। যিকোনো দিশৰে পৰা নিজৰ ভাচ ব্যৱহাৰ কৰি দুয়োদিনে মাৰ্টিনে অপৰিচিত লোকক পইচা দিব লগা হৈছে।

জুৰিসকলৰ আগত অন্তত এই ভাব প্ৰকাশ কৰাৰ প্ৰশ্ন উঠে তেওঁ জুৰিসকলক নিৰ্দেশ দিলে যে তেওঁলোকে লক্ষ্য ৰখা উচিত যে ভাচবোৰ মাৰ্টিনে বেলৰ তথা এটাত পোৱা বুলি কৈছে। মাৰ্টিনৰ কথা সঁচা হব পাৰে, মিছাও হব পাৰে। কিন্তু আয়াৰলেণ্ডৰ আইনমতে জালিয়াতি কৰা ভাচবোৰ যে মাৰ্টিনে নিজে চিহ্নিত কৰিছে ফৰিয়াদীয়ে তাক প্ৰমাণ কৰা প্ৰয়োজন। ফৰিয়াদী পক্ষই সেইটো কৰিব পৰা নাই। দ্বিতীয়তে আচামীৰ মতে লুৰ্গান্ কিনেহে প্ৰথমে ব্লাচ্ খেলা আৰু বাজী ধৰাৰ কথা উলিয়াইছে আৰু সাক্ষীয়ে এইকথা অস্বীকাৰ কৰিব পৰা নাই।

কিন্তু সকলোতকৈ গুৰুত্বপূৰ্ণ কথা হ'ল আচামীৰ বিৰুদ্ধে অভিযোগ যে তেওঁ ভুৱা দি লুৰ্গান্ কিনেৰ পৰা পইচা সৰকাইছে। ভুৱা দিয়া কথাটো সঁচাই হওক বা মিছাই হওক কিনে্ সাক্ষ্যত এই কথা স্বীকাৰ কৰিছে যে আচামীয়ে তেওঁৰ পৰা কোনো পইচাটো জিকা নায়েই বৰঞ্চ নিজেও হাৰিছে। এই সকলো দিশৰ পৰা আচামীৰ বিৰুদ্ধে প্ৰয়োজনীয় প্ৰমাণৰ অভাৱ সম্পূৰ্ণভাৱে পৰিলক্ষিত হৈছে। মোকৰ্দমাটো সোনকালে নিষ্পত্তি কৰিবৰ কাৰণে জজ কমোৰিনে মধ্যাহ্ন ভোজনৰ বিৰতিলৈ যে মাত্ৰ ১৫ মিনিটহে বাকী আছে সেইকথা উনুকিয়ালে।

কোনো পধুৰ তথ্য-পাতিৰ কেচ নহলে ট্ৰালী চহৰৰ জুৰিক দুপৰীয়াৰ ভোজনৰ তৃপ্তিৰ পৰা আঁতৰাই ৰখা টান। দহ মিনিটৰ ভিতৰতে জুৰি সকল উভতি আহিল আৰু মাৰ্টিনক নিৰ্দোষ বুলি তেওঁলোকৰ ৰায় দিলে। জজ কমোৰিনে জুৰিৰ ৰায় মানি লৈ মাৰ্টিনক খালাচ দি দিনটোৰ কাৰণে আদালতৰ কাম স্থগিত ৰাখিলে।

জজ কমোৰিন এইবাৰ নিজৰ কোঠালৈ গৈ গাউন, কোট আদি সাজ পোছাক আৰু মূৰৰ উইগটো খুলি সাধাৰণ পোছাকেৰে আদালত কক্ষৰ পৰা বাহিৰ ওলাল। উইগ, গাউন আদি নোহোৱাকৈ কমোৰিনক অলপ আগৰ মানুহজন বুলি চিনিবই নোৱাৰি। তেওঁ ৰাজপথ পাৰ হৈ আহি এনেতে দেখিলে এখন ধুনীয়া গাড়ী তেওঁৰ পিনে আহিব আদিছে আৰু গাড়ীখনত

চালকৰ আসনত বহি আছে মাৰ্টিন নিজে। লগতে প্ৰাণদিনা অনাথ গৃহটোৰ অৰ্থ সাহায্যৰ কাৰণে ব্যথিত হোৱা ধৰ্মযাজকজন মাৰ্টিনৰ ওচৰত বহি আছে। গাড়ীখন তেওঁৰ ওচৰেদি পাৰ হৈ যাওতে ধৰ্মযাজকজনে হাঁহি এটা মাৰি আঙুলি দুটা ওপৰলৈ দেখুৱাই বিজয়ৰ চিনৰ ভঙ্গী কৰি পাৰ হৈ গ'ল। ওচৰৰ পৰা কোনো এজনে মাত মাতি উঠিল।

"সেই মানুহজনে সেইয়া আশীৰ্ব্বাদৰ ভঙ্গী কৰি গ'ল নেকি ?" জজ কমোৰিনে ঘূৰি চাই দেখে তেওঁৰ ওচৰত ট্ৰালীৰ শকত দোকানী অলপ আগৰ সাক্ষী লুৰ্গান্ কিন্ থিয় হৈ আছে।

"হয়তো হবও পাৰে, যদিও মোৰ সন্দেহ হয়"—জজ কমোৰিনে উত্তৰ দিলে।

"কিন্তু তেওঁ সেইযোৰ পোছাক পিন্ধিছে কিয় ?" কিন্ৰ প্ৰশ্ন।

"কাৰণ অতি সাধাৰণ" জজ কমোৰিনে উত্তৰ দিলে। "তেওঁ ধৰ্মযাজক, ধৰ্মযাজকৰ পোছাক সেইয়া।" লুৰ্গান কিনে এইবাৰ খঙেৰে চিঞৰি উঠিল, "কোনে কলে ধৰ্মযাজক সেইজন। সেইজন দেখো ৰেকৰ্ডৰ খেতিয়কজনহে।"

—×—

## অচিন গহ্বৰ

ৰঞ্জনাৰ কোঠাত মই আগেয়েও কেবাৰাৰো সোমাইছো, কিন্তু কেতিয়াও এনে অস্বস্তি অনুভৱ কৰা নাছিলো। দুৱাৰত শব্দ কৰাৰ লগে লগে ভিতৰৰ পৰা ৰঞ্জনাই মাত লগালে —

"কোন জয়ন্ত নেকি? সোমাই আহা, দুৱাৰ খোলা আছে।"

ৰঞ্জনাই ডিভান এখনত বহি শইকীয়াৰ পাঞ্জাবীত বুটাম লগাই আছিল। মোক দেখি হাঁহি মাৰি কলে—

"কিয়, আচৰিত হৈছা নেকি? তুমি ভবাৰ দৰে মই অকল প্ৰসাধনতে ব্যস্ত নাথাকোঁ। ঘৰুৱা কাম-কাজো কৰোঁ। তোমাৰ চাৰ্টৰ বুটাম লগাবলৈ আছে যদি দিব পাৰা।"

"নাই"—মই উত্তৰ দিলোঁ। "এইবোৰ কথা বাদ দিয়া। মই বিশেষ কথা এটাহে তোমাক কবলৈ আহিলোঁ।"

ৰঞ্জনাই ধেমালিৰ ছলেৰেই কৈ উঠিল —"বিশেষ কথা মানে, মোলৈ বিয়াৰ প্ৰস্তাৱ আগবঢ়াব আহিছা নেকি? সেইটো কিন্তু হব নোৱাৰে দেই। ভাস্কৰৰ লগত মোৰ বিবাহ-বিচ্ছেদ এতিয়াও হোৱা নাই।"

"চোৱা ৰঞ্জনা, ধেমালি বাদ দিয়া। মই অলপ পিচতে শইকীয়াৰ লগত চিলঙলৈ যাম। সোমবাৰে উভতি আহিয়ে তোমালোকৰ চাকৰিটো এৰি দিম। ইয়াৰ পৰা যাম। ঘৰ এটা ইতিমধ্যে ভাৰা কৰিছো।"

ৰঞ্জনাৰ চকু চল্‌চলীয়া হৈ পৰিল। ৰঞ্জনাই বৰ সহজে হাঁহিবও পাৰে কান্দিবও পাৰে।

"চাকৰিটো এৰি দি ইয়াৰ পৰা গুচি যাবা? কিয়, কি কাৰণে? ভাস্কৰে তোমাক কিবা কৈছে নেকি? নাই, কোৱা হলে মই নিশ্চয় গম পালোহেঁতেন। তুমি যোৱাৰ কাৰণ নিশ্চয় ময়েই নহয় জানো?"

"তুমি ভবাটো একেবাৰে ভুল হোৱা নাই"—মই লাহে লাহে উত্তৰ

দিলো। এইখিনিতে বঞ্জনা, শইকীয়া আৰু মোৰ বিষয়ে অলপ কোৱাটো ভাল হ'ব।

শইকীয়াৰ ছপাশাল আৰু কিতাপ প্ৰকাশৰ ভাণ্ডৰ ব্যৱসায় আছে। ইয়াৰ উপৰিও সৰুসুৰা আন ব্যৱসায় বহুতো। বছৰে সহজে কেবালাখো টকা উপাৰ্জন হয়। শইকীয়াই কেৱল কিতাপ প্ৰকাশেই নকৰে, কিতাপ লিখেও—ৰহস্য উপন্যাস। অৱশ্যে নিজৰ নামত নহয়, ছদ্মনামত। প্ৰায় প্ৰত্যেক মাহেই এখনকৈ ৰহস্য উপন্যাস প্ৰকাশ পায়। বঞ্জনা, শইকীয়াৰ এসময়ৰ প্ৰাইভেট চেক্ৰেটৰী। কিন্তু বিপত্নীক মানুহ এজনৰ সান্নিধ্যত গাভৰু এগৰাকী থাকিলে যি হয় সেয়ে ঘটিল। শইকীয়াই বঞ্জনাক বিয়া কৰালে। বঞ্জনাই যে কিয় শইকীয়াক বিয়া কৰালে সেইটো মই এতিয়াও বুজি উঠিব পৰা নাই। দুয়োৰে মাজত কোনো কথাতে কোনো মিল নাই। শইকীয়াৰ বয়স ৫০ ৰ ওপৰত, বঞ্জনাৰ ৩০ ৰ তলত। শইকীয়া সকলো সময়তে ব্যৱসায় আৰু লিখা-পঢ়া লৈয়ে ব্যস্ত। বঞ্জনাৰ একমাত্ৰ ব্যস্ততা প্ৰসাধন আৰু সাজ-বিলাহৰ সামগ্ৰী কিনাত। বঞ্জনাৰ কথা-বতৰা, আচাৰ-ব্যৱহাৰ বৰ পাতল ধৰণৰ। শইকীয়াৰ তলত কাম কৰা কৰ্মচাৰী বহুতো। কিন্তু বিশেষ ভাবে প্ৰয়োজন হ'ল অসমীয়া টাইপ কৰিব পৰা এজন প্ৰাইভেট চেক্ৰেটৰীৰ। বিয়া হোৱাৰ পিচত বঞ্জনাই আন কোনো মহিলা টাইপিষ্টক সেই ঠাই পুৰাবলৈ নিদিলে। কিন্তু যিজন ডেকা-টাইপিষ্টক শইকীয়াই কামত সুমুৱালে সেইজনৰ লগত বঞ্জনাৰ বহু কথা ওলাল। টাইপিষ্টজন সেইকাৰণে সৰহদিন কামত থাকিব নোৱাৰিলে। শইকীয়াৰ লগত মোৰ পৰিচয় বহুদিনৰ। মোৰো সাহিত্য চৰ্চ্চাত অলপ অচৰপ বাপ আছে। টাইপৰ কামো কিছু জানো। কোনোপিনে স্থায়ী সংস্থাপন এটা নোহোৱাৰ কাৰণে তেঁখেতে কামটো মোকেই যাচিলে। কামটো পাই মইও ভালেই পালোঁ। টকা পইচাৰ যথেষ্ট নাটনিত আছিলোঁ। সেইকালৰ পৰাও অসুবিধা দূৰ হ'ব। লিখা-পঢ়াৰো সুযোগ থাকিব আৰু দুই এখন কিতাপ প্ৰকাশ কৰাৰ সুবিধাও বোধকৰো আদায় কৰিব পাৰিম।

শইকীয়াৰ তাত কাম মোৰ ভালেই লাগিছিল। আমি প্ৰত্যেক

শনিবাৰে চিলঙলৈ যাওঁ। চিলঙৰ পৰা অলপ দূৰত এডোখৰ নিৰ্জন ঠাইত শইকীয়াৰ এটা সৰু ঘৰ আছে। ঘৰটোত এজন কাম কৰা মানুহ থাকে। সিয়ে সকলো যোগান-পাতি ধৰে। সেই নিৰ্জন ঠাইত শনিবাৰ আৰু ৰবিবাৰে শইকীয়াৰ নতুন কিতাপৰ কাহিনী ঠিক হয়, লিখাৰ কাম আগবাঢ়ে আৰু গুৱাহাটীত সেই লিখা মই টাইপ কৰি উলিয়াও। কিন্তু অসুবিধা হ'ল ৰঞ্জনাক লৈ। প্ৰথমতে ৰঞ্জনাই মোক একেবাৰেই সহ্য কৰিব পৰা নাছিল। ৰঞ্জনাৰ ব্যৱহাৰৰ পৰা এনেভাৱ হৈছিল যেন আগৰ টাইপিষ্টজনক কামৰ পৰা খেদোৱা কাৰণে ৰঞ্জনাই মোকে দায়ী কৰিছে।

শইকীয়াৰ তাত কাম কৰা আজি মোৰ প্ৰায় ছমাহ হৈ গ'ল। যোৱা ছুমাহমানৰ পৰা ৰঞ্জনাৰ ব্যৱহাৰত মই বহু পৰিবৰ্তন লক্ষ্য কৰিছোঁ। ৰঞ্জনাই মোৰ লগত আগৰ ব্যৱহাৰ এৰি ভাল ব্যৱহাৰ কৰিবলৈ লৈছে— অলপ বেচি আপোন ভাৱে। লাহে লাহে আমাৰ ভিতৰত অন্তৰঙ্গতাও বাঢ়িছে। শইকীয়াই ব্যৱসায়ৰ কামত প্ৰায় বাহিৰত থাকে। সাহিত্যিক সমাজৰ সভা, আলোচনা আদিতো আছেই। লিখাৰ কামৰ কাৰণে শইকীয়াৰ যিকোনো সময়তে মোক প্ৰয়োজন হোৱাত শইকীয়াৰ ঘৰৰ এটা কোঠাতে মোৰ থকাৰ বন্দৱস্ত হৈছে। শইকীয়াৰ আগৰ টাইপিষ্টজনৰ লগতো একে বন্দৱস্তই আছিল। একেটা ঘৰতে থাকি ৰঞ্জনা আৰু মই ইজনে সিজনৰ ওচৰ চাপি আহিছোঁ। মোৰ মনত ৰঞ্জনাৰ প্ৰতি যে অলপ দুৰ্ব্বলতাই ঠাই পাইছে তাত কোনো সন্দেহ নাই। ৰঞ্জনাৰ ব্যৱহাৰ, কথা-বতৰাৰ ধৰণে এই অন্তৰঙ্গতাত ইন্ধন যোগাইছে। মই কেইদিন-মানৰ পৰা অনুভৱ কৰিছোঁ যে কথা আৰু আগবাঢ়িবলৈ দিয়াটো উচিত নহব। মোৰ মাজে মাজে ভাব হয় শইকীয়াই মোক সন্দেহ কৰিবলৈ লৈছে। আগৰজনৰ দৰে খেদা খাব লাগিলে মোৰ দুৰ্গাৰ সীমা নাথাকিব। বেছিদিন থাকিলে আৰু মই নিজৰ ওপৰত সংযম ৰাখিব নোৱাৰিম। সেয়ে ঠিক কৰিছোঁ এইবাৰ চিলঙৰ পৰা আহিয়ে মই কামটো এৰি দিম।

মই কিছু—অন্যমনস্কতা দেখি ৰঞ্জনাই আকৌ সুধিলে—"কিয়, মই কি দোষ কৰিলো যে তুমি ইয়াৰ পৰা যোৱাটো ঠিক কৰিলা ?"

মই ৰঞ্জনাক বুজাবৰ চেষ্টা কৰি কলো—"তোমা মই আৰু ইয়াত

থকাটো উচিত নহয়। শইকীয়াই হয়তো মোক সন্দেহ কৰিবলৈ আৰম্ভ কৰিছে।"

ৰঞ্জনাই এইবাৰ টানকৈ কৈ উঠিল—"সন্দেহ কৰিছে যদি কৰিব দিয়া। মোৰো ভাল লগা বেয়া লগা বুলি কথা এটা আছে। মোৰ ডেকা কালটো এতিয়াও পাৰ হৈ যোৱা নাই। কিতাপৰ চৰিত্ৰবোৰৰ দৰে শইকীয়াও মোৰ জীৱনৰ পৰা নাইকিয়া হৈ গলেই ভাল পালোহেঁতেন।" শইকীয়াৰ শেহতীয়া কিতাপখনৰ চৰিত্ৰ এটা হঠাৎ নাইকিয়া হৈ গৈছিল, উপন্যাসৰ নায়কজনে তেওঁক বিচাৰি উলিয়াইছিল। ৰঞ্জনাই সেইটোৰে উল্লেখ কৰিলে। মই বুজিলো যে ৰঞ্জনাক বুজাবৰ চেষ্টা কৰাটো মিছা। তথাপি কলো—"উপন্যাসত ঘটাৰ দৰে বাস্তৱ জীৱনত ঘটনাবোৰ নঘটে। মানুহ হঠাতে কাৰোবাৰ জীৱনৰ পৰা নাইকিয়া হৈ নাযায়। গতিকে মোৰ উপায় নাই। মই সোমবাৰে আহিয়ে ইয়াৰ পৰা যাম। শইকীয়াক বাটতে কথাটো কম।" ৰঞ্জনাৰ উত্তৰলৈ অপেক্ষা নকৰি মই কোঠাটোৰ পৰা ওলাই আহিলোঁ।

চিলঙ আহি পাওঁতে সেইদিনা আমাৰ প্ৰায় সন্ধিয়া হ'ল। চিলঙত শীতৰ সন্ধিয়া সোনকালে নামে। আগে পিচে গোটেই বাটত শইকীয়াই নতুনকৈ লিখিব খোজা উপন্যাসৰ কাহিনীলৈ আলোচনা কৰে। কিন্তু সেইদিনা শইকীয়াক বৰ গম্ভীৰ যেন লাগিল। অতি প্ৰয়োজনীয় দুই এষাৰ কথাৰ বাহিৰে আমাৰ ভিতৰত আন কোনো কথা নহ'ল। মই কেনেবাকৈ চাকৰি এৰি দিয়া সম্পৰ্কে কম কম বুলিও কব নোৱাৰিলো। বাৰে বাৰে ৰঞ্জনাৰ কথা মনত পৰিল। ৰঞ্জনাই বাৰু শইকীয়াক বিয়া কৰালে কিয়? দুয়োৰে বয়সৰ ইমান পাৰ্থক্য। ৰঞ্জনা নিশ্চয় মোতকৈও ছয় সাত বছৰৰ সৰু হব। একমাত্ৰ টকাৰ বাহিৰেতো শইকীয়াৰ ৰঞ্জনাক দিব পৰা আন একো নাই? নাই, সেইটো নহবও পাৰে। প্ৰত্যেক নাৰীয়ে জীৱনত নিৰাপত্তা বিচাৰে। শইকীয়াৰ লগত ৰঞ্জনাই নিজৰ জীৱনতো বোধকৰো সেই নিৰাপত্তাৰে সন্ধান বিচাৰিছে।

সন্ধিয়া শইকীয়াই উপন্যাসখনৰ পৰিচ্ছেদতো মোৰ আগত কৈ গ'ল। মই লিখি গ'লো। তেওঁ লিখৰ উপন্যাসখনৰ কাহিনী এটা মোৰ আগত

আলোচনা কৰিব খোজোতেই সুযোগটো লৈ মই উত্তৰি পৈ চাকৰিৰ পৰা ইস্তফা দিয়াৰ কথাটো কলো। শইকীয়াই অলপ আচৰিত হৈ মোৰ মুখলৈ চাই ব'ল। মই ৰঞ্জনাক কথাটো কেনেকৈ নে নাই সুধিলে। মই নভবাকৈয়ে কৈ পেলালো—"অহাৰ আগেয়ে ৰঞ্জনাক কৈ আহিছো।" কথাষাৰ কৈয়ে অনুভৱ কৰিলো মোৰ ভুল হৈ গ'ল। চাকৰিৰ পৰা পদত্যাগৰ কথা মালিকক কোৱাৰ আগেয়ে মালিকপত্নীক কোনোবাই কয় জানো?

শইকীয়াই অলপ বিদ্ৰুপৰ ভঙ্গীৰে কৈ উঠিল—"ৰঞ্জনাই কেনেদৰে কথাটো লৈছে বাৰু? তুমি আমাৰ ঘৰ এৰি যোৱাৰ কথাটো তেওঁ নিশ্চয় সহ্য কৰিব নোৱাৰিব।" কোনোবাই মোক চাবুকেৰেহে একোব মাৰিলে যেন লাগিল। শইকীয়াই মোক আৰু ৰঞ্জনাক সন্দেহ কৰিছে নেকি? মই একো নুবুজাৰ ভাও ধৰি সুধিলো—"আপুনি কি কব বিচাৰিছে মই ধৰিব পৰা নাই।" শইকীয়াই এইবাৰ প্ৰায় চিঞৰি উঠিল—"এৰা ধৰিব নোৱাৰিবাতো। তোমা-লোকে ভাবিছা ঘৰখনত কি ঘটিছে মই গম নাপাওঁ। কিন্তু ঈমানবোৰ ৰহস্য আৰু ৰোমান্সৰ গল্প লিখাৰ পিচত নিজৰ ঘৰত ঘটা ৰোমান্সৰ কথা মই ধৰিব নোৱাৰিম বুলি ভাবিলা কেনেকৈ বাৰু? ৰঞ্জনাৰ লগত তোমাৰ সকলো কথা মই গম পাওঁ। ব্যৱসায়ৰ কামত নাইবা সভা-সমিতিত ব্যস্ত থাকিলেও মোৰ এটা চকু সদায় ঘৰখনৰ ওপৰত থাকে। তুমি এইদৰে বিশ্বাসঘাতকটা কৰিবা বুলি ভবা নাছিলো।"

মোৰো এইবাৰ খং উঠিল। ৰঞ্জনাৰ লগত মই কোনো সম্পৰ্ক স্থাপন কৰিবৰ চেষ্টা কৰা নাই। বৰঞ্চ এৰাই চলিবহে যত্ন কৰিছোঁ। ৰঞ্জনাইহে বাৰে বাৰে মোৰ কাষলৈ আহিবলৈ যত্ন কৰিছে। তাৰ বাবে মই জগৰীয়া হম কিয়? খঙৰ ভাবটো প্ৰকাশ নকৰি শইকীয়াক বুজনি দিয়াৰৰ চেষ্টাত কলো—"চাওক, ৰঞ্জনাৰ লগত মোৰ বিষয়ে আপুনি যি ভাবিছে তাত অকণমানো সত্যতা নাই। তেওঁ জীৱনত এতিয়া ৰঙ-ধেমালি বিচাৰে। আপুনি সেই দিশটো অলপ মন দিয়াটো উচিত।"

"থোৱা থোৱা। পত্নীৰ লগত প্ৰেম কৰি লাজ লগা নাই। এতিয়া আকৌ ওকালতি কৰিবলৈ আহিছে।"

মই আৰু সহ্য কৰিব নোৱাৰিলো। শইকীয়াৰ ওপৰত হাত উঠোৱাৰ

পৰা কোনোৰকমেহে নিজকে সংযত কৰিলো।

"আপোনাৰ নিজৰ মনত পাপ লুকাই আছে। সেই কাৰণে চাৰিওপিনে পাপ দেখে।" আৰু কিবা কব খুজিছিলো। কিন্তু এনেতে কাম কৰা লৰাটো কোঠাৰ ভিতৰলৈ সোমাই আহিল। সি নিশ্চয় ইমান সময় আমাৰ কথাবোৰ শুনি আছিল। মোৰ নিজৰে লাজ লাগিল। আৰু একো নকৈ নিজৰ কোঠালৈ আহি বিচনাত বাগৰি পৰিলো।

প্ৰায় গোটেই ৰাতিটো মোৰ টোপনি নাহিল। শইকীয়াৰ ওপৰতে সকলো দোষ জাপি দিও কেনেকৈ? নিজৰ স্ত্ৰীৰ দুৰ্ব্বলতা কোন স্বামীয়ে বাৰু সহ্য কৰিব পাৰে। আগৰ টাইপিষ্টজনৰ ঘটনাটোতো আছেই। মোৰ সন্দেহ হয় ৰঞ্জনাই এতিয়াও তেওঁৰ লগত সম্পৰ্ক ছিঙা নাই। মাজে মাজে অহা দুই এটা ফোনৰ পৰা আৰু ৰঞ্জনাৰ গতি-বিধিৰ পৰা মোৰ মনত এই সন্দেহ বহুদিনৰ পৰা জাগিছে। ৰঞ্জনাৰ প্ৰতি মোৰ নিজৰো যে দুৰ্ব্বলতা আছে সেই কথাটোও মই অস্বীকাৰ কৰিব নোৱাৰো। শইকীয়াৰ ঠাইত মই হোৱা হলেও নিশ্চয় একে ব্যৱহাৰকে কৰিলোহেঁতেন। মই অনুভৱ কৰিলো যে শইকীয়াক টানকৈ কথা কোৱাটো উচিত হোৱা নাই। ৰাতিপুৱাই ৰাতিৰ ব্যৱহাৰৰ কাৰণে ক্ষমা খুজিম বুলি মনতে থিৰ কৰিলো।

এইবোৰকে ভাবি থাকোতে কেতিয়া টোপনি আহিল কব নোৱাৰো। ৰাতিপুৱা কাম কৰা লৰাটোৱে 'বাবু, বাবু' বুলি গাত ধৰি মতাত চমক খাই সাৰ পালোঁ। লৰাটোৱে কলে শইকীয়া ঘৰত নাই। ৰাতি হেনো নিজৰ বিছনাতো শোৱা নাই। শইকীয়াই কেতিয়াও এনে নকৰে। শইকীয়াৰ কোঠাটোলৈ গৈ দেখো লৰাজনৰ কথাটোৱে ঠিক। কোঠাটোত ৰাতি মানুহ শোৱাৰ কোনো চিন নাই। গাড়ীখন ঠিক ঠাইতে আছে। সেইখন লৈ কৰবালৈ যোৱাৰ প্ৰশ্নও নুঠে। ওচৰে-পাজৰে চালো। অলপ দূৰত এটা ডাঙৰ পুখুৰী আছিল। তাৰ চাৰিওপিনেও চকাক মাৰিলো। কিন্তু কতো কোনো চিন চাব নাই। কি হ'ল বাৰু? ৰাতি খঙৰ ভমকত ওলাই গৈ কৰবাত দুৰ্ঘটনাত পৰিল নেকি? পাহাৰুৱা ঠাইত তেনে দুৰ্ঘটনা ঘটাটো অসম্ভৱ নহয়। ন মান বজালৈ উভটি নহা দেখি শইকীয়াৰ গাড়ী-

খনেবে চিন্তলৈ আহি পুলিচ থানাত খবৰ দিলোঁ। থানাৰ অফিচাৰজন বিবেচনা থকা মানুহ যেন লাগিল। তেওঁ মোৰ পৰা সকলো বৃত্তান্ত ললে। অ'চিজনে বঞ্জনালৈও ফোন কৰিলে। বঞ্জনাক কথাটো জনোৱা উচিত। আৰু কেনেবাকৈ যদি শইকীয়া গুৱাহাটীলৈ উভটি গৈছে সেই সম্পৰ্কেও গম লোৱা উচিত। অফিচাৰজনে শইকীয়াক যে বিচাৰি পোৱা নাই সেইকথা বঞ্জনাক কলে। সিঁপিনৰ পৰা বঞ্জনাই কি কৈছে মই শুনা নাই, কিন্তু হঠাৎ অফিচাৰজনে মোৰ মুখলৈ এবাৰ চালে। তেওঁৰ দৃষ্টিটো মোৰ ভাল নালাগিল। তেওঁ কাগজ এটুকুৰা টান মাৰি লৈ এহাতেৰে ফোনটো ধৰি আনখন হাতেৰে কিবা কিবি লিখিবলৈ ধৰিলে। নিশ্চয় বঞ্জনাই কোৱা কথাকে লিখিছে। কিছুসময় কথা হোৱাৰ পিচত অফিচাৰজনে নিজে ঠাইডোখৰ চাই আহি বঞ্জনাক আকৌ ফোন কৰিব বুলি কৈ ফোনটো থলে। এইবাৰ তেওঁ মোৰ মুখলৈ চাই প্ৰশ্ন কৰিলে—

"আপুনি সকলোখিনি কথা মোৰ আগত সঁচা কৈছেনে?"

প্ৰশ্নটোৰ অৰ্থ মই ধৰিব নোৱাৰিলো। মই কোনো মিছা কথা কোৱা নাই। মাত্ৰ ৰাতি শইকীয়াৰ লগত হোৱা কথা কটাকটিৰ বিষয়ে কোৱা নাই। সেইখিনি কথা প্ৰকাশ কৰাটো মোৰ, শইকীয়া বা বঞ্জনা কাৰো বাবেই মঙ্গলজনক নহ'ব। অফিচাৰজনে এইবাৰ অলপ হুটা মাতেৰেই কলে—"মোৰ কথাৰ উত্তৰ দিয়া নাই কিয়? আপুনি কোনো কথা লুকুৱোৱাকৈ সম্পূৰ্ণ সচা কথা কৈছে নে?"

"মইতো কোনো মিছা কথা কোৱা নাই। কিয়, মিচেছ শইকীয়াই কিবা কৈছে নেকি?"

অফিচাৰজনে অলপ আগেয়ে লিখা কাগজখনত চকু ফুৰাই কলে, "মিচেছ শইকীয়াৰ কথাৰ পৰা এইটোৱে প্ৰকাশ পাইছে যে আপুনি সন্দেহৰ বাহিৰত নহয়। আপুনি হেনো মিচেছ শইকীয়াৰ ওচৰ চাপিবলৈ বৰ যত্ন কৰি আহিছে। শইকীয়াৰ কিবা হলে আপুনি ভালেই পাব। উপন্যাসৰ দৰে শইকীয়া এনেয়ে নাইকিয়া হৈ নাযায় সেইকথাও আপুনি কৈছে।"

মই আচৰিত হৈ গলো। বঞ্জনাই নো এই কথা কব পাৰিলে কেনেকৈ?

মই কলো—"চাওক, মিচেছ শইকীয়াই যদি তেনে কথা কৈছে সি সম্পূৰ্ণ মিছা। কথাটো সম্পূৰ্ণ ওলোটাহে। শইকীয়াৰ পৰিয়ালত কোনো আউল নলগাবলৈকে মই ইয়াৰ পৰা উভটি গৈ চাকৰি এৰি দিম বুলি ছয়োজনকে কৈছো।"

"তেনেহলে আপুনি স্বীকাৰ কৰিছে যে মিচেছ শইকীয়াৰ লগত সম্পৰ্কৰ কাৰণে আপুনি চাকৰি এৰি দিয়াৰ কথাও ভাবিছে?"

মই বাৰু ইয়াৰ কি উত্তৰ দিম। মোৰ বৰ ভয় লাগিল।

"চাওক, মিচেছ শইকীয়াই কিবা কৈছে আৰু আপুনি কিবা বুজিছে। মোক তেখেতৰ লগত এবাৰ কথা পাতিবলৈ দিয়ক।"

মই ফোনটোলৈ হাত মেলিব খুজিছিলো। তাৰ আগেয়ে অফিচাৰ জন বহাৰ পৰা উঠিল আৰু ইঙ্গিতেৰে মোকো উঠিবলৈ কলে।

"এতিয়া আৰু কথা পতাৰ কোনো প্ৰয়োজন নাই। তাৰ আগেয়ে আপুনি মোৰ লগত আহক। ঘৰটো আৰু ঠাইডোখৰ এবাৰ মই নিজে চাই অনুসন্ধান কৰি আহো।" অফিচাৰজনৰ কথাৰ পৰা মই অনুভৱ কৰিব পাৰিলো যে মোৰ কোনো কথাকে তেওঁ বিশ্বাস কৰা নাই। তেওঁৰ চকুত ইতিমধ্যে মই অপৰাধী সাব্যস্ত হৈছোৱেই।

অফিচাৰজনে ঘৰটো আৰু ওচৰ-পাজৰৰ ঠাইখিনি ভন্ন ভন্নকৈ চালে—কিন্তু শইকীয়াৰ কোনো সন্ধান নাপালে। ঘৰৰ কাম কৰা লৰাটোক প্ৰশ্ন কৰি তেওঁ ৰাতিৰ ঘটনাৰো সম্ভেদ পালে। শইকীয়াৰ লগত ৰাতি হোৱা কথাখিনি তেওঁক নোকোৱাটো যে কিমান ভুল হৈ গ'ল মই তেতিয়াহে বুজিব পাৰিলো। লৰাটোৱে মোৰ আৰু শইকীয়াৰ মাজত হোৱা উত্তপ্ত পৰিবেশটোৰ কথা অফিচাৰজনৰ আগত বিতংকৈ কলে। তেওঁৰ ব্যৱহাৰৰ পৰা মোৰ বুজাত অসুবিধা নহ'ল—মই যে দোষী সেই সম্পৰ্কে তেওঁ সম্পূৰ্ণ সন্দেহমুক্ত হৈছে। চিলঙলৈ মোক পুনৰ লৈ আহি তেওঁ বহুসময় মোক জেৰা কৰিলে জেৰাত কোনো সদুত্তৰ নাপাই মোক তেওঁ হাজোতলৈ পঠিয়ালে। চিলঙত মোৰ কোনো চিনাকী বন্ধু নাই। সকলো লাজ-মান কাটি কৰি গুৱাহাটীৰ বন্ধু এজনলৈ চিঠি এখন পঠিয়ালো। চিঠি পাই তেওঁ আহে মানে নিশ্চয় চাৰি-পাচ দিন সময় লব।

কিন্তু চাৰি-পাচ দিন ৰবলগীয়া নহ'ল। তিনিদিন পিচত সেই অফিচাৰ জনে আহি পুনৰ মোক লগ ধৰিলে। মই হেনো সম্পূৰ্ণৰূপে মুক্ত। শইকীয়াই হেনো তিনিদিন পিচতে নিজৰ ঘৰ ওলাইছেগৈ। সেইদিনা ৰাতিয়েই ট্ৰেনেৰে চিলঙৰ পৰা গুৱাহাটীলৈ আহি পুৱাই কলিকতালৈ গৈছিল। অফিচাৰজনে মোৰ ওচৰত সকলো ধৰণে ক্ষমা বিচাৰিলে। অফিচাৰজনক দণ্ড কৰিয়ে বা লাভ কি? কিন্তু শইকীয়াক মই ক্ষমা কৰিব নোৱাৰিলোঁ। ৰঞ্জনাৰ প্ৰতিও এক বুজাব নোৱাৰা ঘৃণাৰ ভাবত মোৰ মন ভৰি পৰিল। মোক জেলত থৈ মোৰ মান-সন্মান নষ্ট কৰি দুয়োজনে পালেই বা কি? শইকীয়াৰ সম্পদ আছে, প্ৰতিপত্তি আছে। মই বা তেওঁৰ কি ক্ষতিয়ে কৰিব পাৰোঁ? পাৰিলে আৰু শইকীয়াৰ ঘৰলৈ নগলোহেঁতেন কিন্তু মোৰ কাপোৰ-কানি, কিতাপ আদি সকলো বয়বস্তু তেওঁৰ ঘৰতে আছে। সেই সকলোবোৰ এৰি অহাৰ সামৰ্থ্য মোৰ নাই। ইচ্ছাৰ বিৰুদ্ধেও মোৰ বস্তুখিনি আনিবলৈ মই শইকীয়াৰ ঘৰলৈ যাবলৈ বাধ্য হ'লো।

শইকীয়াৰ ঘৰত মই থকা কোঠাটোলৈ যাবলৈ ড্ৰইং-ৰুমটো পাৰ হৈ যাব লাগে। শইকীয়া বা ৰঞ্জনাৰ আকৌ সন্মুখীন হোৱাৰ সম্ভাৱনাটো মই অকণো সহ্য কৰিব পৰা নাছিলো। ড্ৰইং-ৰুমটো পাৰ হবলৈ গৈ দেখো শইকীয়া আৰু ৰঞ্জনা দুয়ো অন্তৰঙ্গ ভাবে বহি আছে। ৰুমৰ এটা চুকৰ পৰা মৃদু সঙ্গীতৰ সুৰ ভাহি আহিছে। দুয়োকে এনেদৰে দেখা পালে কোনে ভাবিব পাৰে দুয়োৰে জীৱনত মিল নাই? মোৰ নিজৰো সন্দেহ হ'ল। মোক দেখা পাইয়ে শইকীয়াই চিঞৰি উঠিল —"জয়ন্ত দেখোন! মইতো ভাবিছিলো তুমি মোৰ ইয়াৰ পৰা গৈছাহে।" মোৰ ইচ্ছা হ'ল সমগ্ৰ শক্তিৰে শইকীয়াৰ মুখত খোচা এটা সোধাই দিওঁ। কিন্তু কোনোমতে নিজকে সংযত কৰিলো। যোৱাৰ সময়ত মিছামিছি কাজিয়াখন কৰি লাভ কি হব। শইকীয়াক কলো—"যোৱা বুলিয়ে ধৰি লব পাৰে। মই মোৰ বস্তুখিনিহে নিবলৈ আহিছো।" শইকীয়াই অ' বুলি কৈ আৰু একো নকলে। ৰঞ্জনাৰ মুখলৈ চাবলৈ ইচ্ছা নাথাকিলেও এবাৰ তেওঁৰ মুখলৈ চকু গ'ল। ৰঞ্জনাৰ মুখত তেতিয়া কৌতুকৰ হাঁহি। ৰঞ্জনাক সেই মুহূৰ্তত বিষাক্ত সৰ্পিনী যেন লাগিল। মই

আৰু নৰৈ নিজৰ কোঠাটোলৈ আহি বস্ত্র-বাহানিখিনি সামৰাত লাগিলো। এনেতে খোজৰ শব্দ শুনি ঘূৰি চাই দেখো শইকীয়া মোৰ কোঠাটোত সোমাইছেহি। যেন কোনো ঘটনাই ঘটা নাই তেনে এটা উদাসীন ভঙ্গী কৰি শইকীয়াই মোক সুধিলে—"সেইদিনা মই কলৈ গলো, কিয় গলো, জনাব তোমাৰ কৌতূহল নাই নেকি?" মোৰ মনত সোমাই থকা খণ্ডটো পুনৰ জাগি উঠিল। কলো—"জানিয়ে বা কি লাভ হব।" শইকীয়াই কিন্তু মোৰ কথাত কাণ নিদিলে। কলে- "জনাব প্রয়োজন আছে, যাতে ভৱিষ্যতলৈ ইয়াৰ পৰা শিক্ষা লব পাৰা। পৰস্ত্রীৰ লগত প্রেম কৰি-বলৈ গলে কেনে শিক্ষা হয় গম ধৰিব পাৰিলাতো। ভাবিছিলা মোতকৈ যেতিয়া বয়সত ইমান সৰু ৰঞ্জনাই তোমাত নমজাকৈ থাকিব পাৰেনে? কিন্তু তিৰোতাক কেনেকৈ বশ কৰিব লাগে মই জানো। তুমি হয়তো ভাবিছা ৰঞ্জনাৰ প্রতি তোমাৰ ব্যৱহাৰৰ কথা মই গম পালো কেনেকৈ। অতি সহজ জয়ন্ত, অতি সহজে গম পাইছো। ৰঞ্জনাই তোমাৰ ইতৰামিৰ সকলো কথাই মোক কৈছিল। ভৱিষ্যতে মানুহৰ দৰে চলিবলৈ চেষ্টা কৰিবা। ইতৰ পশুৰ দৰে নহয়।"

মই আৰু সহ্য কৰিব নোৱাৰিলো। ৰঞ্জনাই মোক প্রলোভিত কৰিবৰ চেষ্টা কৰিব আৰু মোৰ ওপৰতে দোষ জাপিব। মোক হেয় কৰিবলৈ মোক জেললৈ পঠিয়াব। শইকীয়াই মোক ইতৰ বুলি কব। মই সকলো শক্তিৰে শইকীয়াৰ মুখত প্রচণ্ড ঘোচা এটা মাৰি চুটকেচটো হাতত লৈ কোঠাটোৰ পৰা ওলাই আহিলো।

কিন্তু কোঠাটোৰ পৰা ছুখোজমান আহোতেই ৰঞ্জনাৰ চিঞৰ মোৰ কাণত পৰিল—"মাৰিলে ঐ, মাৰিলে ঐ। জয়ন্তক যাবলৈ নিদিবা। তেওঁ শইকীয়াক মাৰিলে. মই এতিয়া কি কৰোঁ?" ঘৰৰ কাম কৰা ল'ৰা দুটা দৌৰি আহিল। সিহঁতে মোক কি হৈছে সুধিলে। মই কলো— একো হোৱা নাই। মাথো তহঁতৰ মালিকক ঘোচা এটা সোধাই আহিছো। তাৰ বাবে ইমান চিঞৰ-বাখৰ কৰাৰ প্রয়োজন নাই।" ৰঞ্জনাৰ চিঞৰ কিন্তু ইপিনে বাঢ়িছে হৈছে। উপায় নাপায় কাম কৰা ল'ৰা দুটাৰ লগতে মই আকৌ কোঠাটোলৈ উভতি আহিলো। এটা ঘোচা

থাই মানুহ নমৰে। আৰু শইকীয়াক ঘোচাটো মাৰি মইটো একো দোষ কৰা নাই। শইকীয়াই মোৰ যিমান অনিষ্ট কৰিছে তাৰ তুলনাত এটা ঘোচাৰ আঘাত একো নহয়। কিন্তু কোঠাটোত সোমায়েই ঠমকি ৰলো। শইকীয়াই বৰ বেয়া ভঙ্গী কৰি মাটিত পৰি আছে। তেওঁৰ পিঠিৰ মাজভাগত এখন দীঘল চুৰিয়ে সম্পূৰ্ণভাৱে দেহাটো বিন্ধি গৈছে। এই চুৰিখনতো মই ভালকৈয়ে চিনি পাওঁ। আমি চিলঙলৈ গলে সদায়ে চুৰিখন লগত লৈ যাওঁ। চুৰিখনৰ হাতোৰাত যে মোৰ অঙুলিৰ ছাপ আছে সিও ধুৰুপ। মই ৰঞ্জনাৰ চকুলৈ চাবলৈ যত্ন কৰিলোঁ। কিন্তু ৰঞ্জনাই তেতিয়া শইকীয়াৰ দেহাত মুখ গুজি চিঞৰি আছে। কোনে বাৰু বিশ্বাস কৰিব যে মই শইকীয়াক ঘোচা এটাহে মাৰিছো, চুৰিৰে আঘাত কৰা নাই? কোনে বাৰু বিশ্বাস কৰিব শইকীয়াৰ মৃত্যুত ৰঞ্জনাই শইকীয়াৰ সকলো সম্পত্তিয়ে নাপাব লগতে আগৰ টাইপিষ্টজনৰ সৈতে প্ৰেমৰ খেলাও চলাই যাব পাৰিব? কোনে বাৰু বিশ্বাস কৰিব যে আগৰ টাইপিষ্ট-জনৰ ঠাই মই লোৱাত আৰু ৰঞ্জনাক উপেক্ষা কৰাত মোৰ প্ৰতি জগা প্ৰতিহিংসাৰ ভাৱও শইকীয়াৰ মৃত্যুই পূৰণ কৰিব?

মই অনুভৱ কৰিলো মোৰ ভৰিৰ তলৰ পৰা যেন মাটি আঁতৰি যাব ধৰিলে—মই লাহে লাহে অতল গহ্বৰ এটালৈ নামি গৈ আছো —নামি গৈ আছো।

— x —